# অজান পুলক

[ গল্প সংকলন ]

মৃণাল কুমাৰ বৰুৱা



বন্তি প্ৰকাশন

গুৱাহাটী, অসম

**AJAN PULAK** : A collection of stories written by Sri Mrinal Kumar Barooah and published by Banti Prakashan, Guwahati, Assam.

First Edition : July, 2007 Price . Rs. 60.00

প্ৰকাশক ঃ বন্তি প্ৰকাশন
গুৱাহাটী, অসম

প্ৰথম প্ৰকাশ ঃ জুলাই, ২০০৭

মূল্য ঃ ৬০.০০ টকা

মুদ্ৰক ঃ পূৰ্বদেশ মুদ্ৰণ,
ৰিহাবাৰী,
গুৱাহাটী-৭৮১০০৮

# শ্ৰদ্ধাঞ্জলি





অনুসন্ধিৎসু মনৰ গৰাকী হৈয়ো
যিগৰাকী ব্যক্তিয়ে মনৰ ভাববোৰ লিখনীৰে
প্ৰকাশ কৰাৰ সুযোগ নাপালে,
সেই গৰাকী অক্লান্ত পৰিশ্ৰমী, দয়ালু
মোৰ পৰম আৰাধ্যা মাতৃদেৱী
ঁপূণ্য প্ৰভা বৰুৱাৰ
পৱিত্ৰ স্মৃতিত
এই গল্প সংকলনখনি
উছৰ্গা কৰিলো।

# পাতনি

চুটি গল্পৰ চমক পাঠকৰ বাবে যেনেকৈ মনোগ্ৰাহী হ'ব পাৰে, গল্পৰ স্ৰষ্টাৰ বাবেও সি পুলকৰ উৎস হ'ব পাৰে। ভাষাত দখল থাকিলে জীৱনৰ একোটা মুহূৰ্ত ধৰি থোৱা সৰু সৰু কাহিনীৰে সাহিত্য সেৱা কৰিবলৈ আগ্ৰহ ওপজা লোকৰ সংখ্যা বৰ বেছি নহয। আগ্ৰহ থাকিলেও তাৰ সফল ৰূপায়ন টান কাম। আগ্ৰহ আৰু ইচ্ছা দুয়োটাকে কামত খটুৱাবলৈ লগা আটাইতকৈ প্ৰয়োজনীয় আহিলা হ'ল—কোনো ধৰণৰ আহুকালে হেঙাৰ নধৰাকৈ থাকিব লগা আজৰি।

প্ৰশাসনীয় সেৱাত নিয়োজিত লোকৰ ডাঙৰ অভাৱ এই আজৰি। তথাপি কোৱা হয় আটাইতকৈ ব্যস্ত মানুহজনৰো সময়ৰ অভাৱ নহয়। তেনেকৈ সময় উলিয়াই অসমীয়া সাহিত্যৰ জগতখন প্ৰভূতভাৱে সমৃদ্ধ কৰা প্ৰশাসনিক বিষয়া আছিল আনন্দৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ গোস্বামীৰ দৰে লোক। পিচলৈ সত্যেন বৰকটকী বা আজিও কলম এৰি নিদিয়া অজিত বৰুৱা, বীৰেশ্বৰ বৰুৱাৰ দৰে সাহিত্যসেৱী সকল। এই সকলক লৈ গৌৰৱ কৰিব পাৰি।

মৃণালকুমাৰ বৰুৱা ভাৰতীয় প্ৰশাসনিক সেৱাৰ বিষয়া। তেওঁকো অভিজ্ঞতা, অনুসন্ধিৎসা আৰু পৰ্যবেক্ষণে প্ৰেৰণা দিলে সৃজনীমূলক সাহিত্য সৃষ্টিত হাত দিবলৈ। গল্প বিশেষকৈ। ইতিমধ্যে আলোচনীৰ পাতত ওলোৱা কেবাটিও গল্প পঢ়ি পাঠক সমাজে তেওঁক আদৰি লৈছেই। তেনে এমুঠি গল্পৰে এইখন এখন সংকলন। তাকে মোক পঢ়ি চাবলৈ দিয়া হৈছিল।

পঢ়ি পোনে পোনে মনলৈ অহা বিষয়টো হ'ল তেওঁৰ বস্তু নিৰ্বাচনৰ লগতে থকা ভাষাৰ দখলটো। একান্ত সৰল আৰু সাৱলীল ভাষাই সংকলনৰ কেউটা গল্পকে সুখপাঠ্য কৰি তুলিছে।

"নষ্টালজিয়া"—এই ইংৰাজী শব্দটোৰ সমাৰ্থক অসমীয়া শব্দ মোৰ মনলৈ অহা নাই। কোনোবাই 'স্মৃতিকাতৰতা' বুলি লিখা শব্দটোকে মোৰো

ব্যৱহাৰ কৰিবৰ মন গৈছে। এই এঘাৰটা গল্পৰ কেবাটাও এনে স্মৃতিকাতৰতাৰ ভেটিতে গঢ় দিয়া হৈছে। সিয়ে পাঠকক গল্পৰ কথকৰ লগতে অতীতৰ একোটা মুহূৰ্তলৈ লৈ যায়।

ডেকা কালত কাম কৰা ঠাই এখনত ফুৰিবলৈ গৈ এটা গল্পৰ কথকে সেই তেতিয়াই লগ পোৱা ভাল লগা চৰিত্ৰ একোটাক লগ ধৰিব খুজি মৰম লগা মাছ-বেপাৰী এজনক বিচাৰি গৈ আৱিস্কাৰ কৰিলে বয়সে দুয়োকে বহু আঁতৰ কৰি পেলালে। তথাপি পুৰণি পৰিচয়ৰ আঁত এডাল বিচাৰি পুলকিত হৈ কথকে আনন্দ পাইছে 'অজান পুলক' নামৰ গল্পত।

এটি কিশোৰীয়ে আতুৰত পৰা কিশোৰ এজনক এটোপা পানী খুৱাইছিল এটা ভয়ানক পৰিস্থিতিত। পিচৰ জীৱনত সফল ডাক্তৰ হোৱা সেইজন কিশোৰেই, দুৰাৰোগ্য ৰোগত ভোগা এতিয়াৰ নাৰ্চ গৰাকীৰ হাতত ধৰি..."যেন নিবেদিতাৰ মনৰ পালছ চাই অস্থিৰ ভাৱবোৰ বুজি ল'ব বিচাৰিছে।"

বিদেশত পো-বোৱাৰীৰ লগত থকা ভদ্ৰ মহিলাই ঘৰত অকলে থকা স্বামীৰ কাহ এটা শুনিলে ফোনত। লগে লগে স্থিৰ কৰিলে অহা সপ্তাহতে তেওঁ দেশলৈ উভতি আহিব। অকণমান পট এটা, তাতে সুন্দৰকৈ মূৰ্ত হৈ উঠিছে দুটি প্ৰাণৰ আকৰ্ষণ।

এইবোৰ চানেকিহে। বৰুৱাৰ গল্পৰ সংকলন হিচাপে প্ৰকাশ পোৱা এইখন প্ৰথম প্ৰয়াস। মোৰ বিশ্বাস হৈছে, এইখনেই যেন আৰু বহু প্ৰকাশৰ দীঘলীয়া সোপানৰ প্ৰথম সফল ঢাপ। অসমীয়া পাঠক মাত্ৰেই মোৰ সৈতে সহমত হ'ব, সেই বিশ্বাসেৰে।

**অতুলানন্দ গোস্বামী**
১২/০৫/০৭

# লেখকৰ একাষাৰ

আজৰি সময় উলিয়াই লিখা-পঢ়া কৰাটো মোৰ এক প্ৰকাৰ চখ্ বুলিয়েই ক'ব লাগিব। চৰকাৰী চাকৰি কৰি অসমৰ বিভিন্ন জিলাত ঘূৰি ফুৰোঁতে দৃষ্টিগোচৰ হোৱা অনেক কথা-বতৰা আৰু আহৰণ কৰা অভিজ্ঞতাবোৰ মোৰ মনতে পুঞ্জীভূত হৈ আছে। কিছু কথা আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ হৈছে যদিও লিপিবদ্ধ কৰি নৰখাত বহুত কথাই মনৰপৰা হেৰাই গ'ল। স্মৃতিপটত থকাখিনিৰপৰা প্ৰবন্ধ আকাৰে আৰু কিছু কথা প্ৰকাশ কৰাৰ আশা কৰি আছো।

গল্প লিখাৰ আগ্ৰহ এটা ছাত্ৰ অৱস্থাৰপৰাই আছিল। মাজে মাজে দুই-এটা নিলিখাও নহয়, কিন্তু সংৰক্ষণ কৰা নহ'ল। সেই সময়বোৰত নিজৰ মনৰ আনন্দৰ কাৰণেহে লিখিছিলো। দেৰিকৈ হ'লেও প্ৰায় ন-দহ বছৰ আগৰেপৰা মোৰ পত্নীৰ তাগিদাত আৰু আত্মীয়-কুটুম্বৰ স্বীকৃতি পাই কেইটামান গল্প বিভিন্ন বাতৰি কাকত আৰু আলোচনীৰ পাতত প্ৰকাশ কৰিবলৈ সাহস পালো। সেই বাতৰি কাকত আৰু আলোচনীসমূহে আনন্দেৰে প্ৰকাশ কৰাৰ কাৰণেহে আজি গল্প সংকলনখনৰ কাম হাতত ল'ব পৰা হ'ল। পঢ়ুৱৈ সমাজৰ আদৰ-চেনেহ পালে আজীৱন এই কামত ব্ৰতী হৈ থাকিবলৈ প্ৰেৰণা পাম।

সংকলনখনিত সন্নিবিষ্ট হোৱা মোৰ এঘাৰটা গল্প প্ৰথিতযশা সাহিত্যিক, সাহিত্য একাডেমী বঁটা বিজয়ী শ্ৰদ্ধেয় শ্ৰীযুত অতুলানন্দ গোস্বামীদেৱে গভীৰলৈকে চাই এশাৰি আগকথা লিখি দি গ্ৰন্থখনৰ মৰ্যাদা বৃদ্ধি কৰিছে। সান্নিধ্যলৈ অহা মানুহেহে বুজি পায় তেখেত কেনে এজন অমায়িক আৰু আদৰণীয় ব্যক্তি। গোস্বামীদেৱলৈ মোৰ অশেষ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। শিল্পী মনৰ অধিকাৰী, মোৰ সহকৰ্মী, বন্ধুবৰ শ্ৰীঅবিনাশ শৰ্মাই বেটুপাতৰ ছবিখন নিজ হাতে অঙ্কন কৰি সজাই-পৰাই দিছে। উদীয়মান শিল্পী নয়ন কলিতায়ো মোক প্ৰাৰম্ভিক পৰ্যায়ত এই কামত কিছু সহায় কৰি দিছে। দুয়োজনকে ধন্যবাদ যাছিলোঁ।

গল্পসমূহ ছপাৰ উপযোগী কৰাত মোৰ পত্নী মণিমা বৰুৱাই সহায়-সহযোগ কৰি অহাৰ কাৰণেহে আজি এই সংকলনখনে প্ৰকাশৰ মুখ দেখিবলৈ পালে। আমাৰ পৰস্পৰৰ সুখ-দুখত সমভাগী হোৱা তেওঁলৈ বেলেগে ধন্যবাদ জনোৱাৰ প্ৰয়োজন নহয় যদিও এই কথা দোহাৰো যে তেওঁৰ আৰু পুত্ৰ-কন্যাৰ উৎসাহৰ অবিহনে মোৰ এই প্ৰচেষ্টা সম্ভৱপৰ নহ'লহেঁতেন।

পূৰ্বদেশ মুদ্ৰণে কিতাপখনৰ ছপাৰ দায়িত্ব লোৱাত এই প্ৰেছৰ অধিকাৰী শ্ৰীপ্ৰশান্ত শৰ্মাকো ধন্যবাদ জনালোঁ।

# সূচীপত্ৰ

# অজান পুলক

সহজ-সৰল আৰু ভাল স্বভাৱ-চৰিত্ৰৰ কাৰণেই মই মতিক লগত লৈ ফুৰিছো। আজিকালি এনেকুৱা ভাল স্বভাৱৰ মানুহ বিৰল হৈ আহিছে। সি নিজৰ দায়িত্ব সুচাৰুৰূপে পালন কৰাৰ উপৰি আনৰ কাম-কাজত সহায় কৰিবলৈকো উপযাচি আহে। সেয়েহে আমাৰপৰাও সি মৰমখিনি আদায় কৰিব পাৰিছে। আমি ডাঙৰবিলাকে তাক 'মতি' বুলি মাতোঁ যদিও ল'ৰা-ছোৱালী আৰু সিহঁতৰ বন্ধু-বান্ধৱে 'মতি দাদা' বুলিহে সম্বোধন কৰে। নিজে চলোৱা গাড়ীখন আটোম টোকাৰীকৈ ৰখাৰ উপৰি বজাৰ কৰি দিয়া, ফুলত পানী দিয়া, 'টম'ক পুৱা-গধূলি এপাক ফুৰাই অনা আদি কাম দেখিলে সি আগবাঢ়ি আহে। ক্ৰমান্বয়ে সি আমাৰ পৰিয়ালৰ আত্মীয়তাৰ মাজত সোমাই পৰিছে।

কিবা এটা জৰুৰী কাম আছে বুলি আজি সি দুদিনমানৰ কাৰণে ঘৰলৈ যাবলৈ ওলাইছে। কথাটো মোৰ অস্বাভাৱিক যেন লাগিছে। প্ৰতিমাহে দৰমহা পোৱাৰ পিছত পৰিবাৰক মাহৰ খৰচ দিবলৈ সি মাত্ৰ এৰাতি বা দুৰাতিৰ কাৰণে ঘৰলৈ যায়। আজি দৰমহা পাবলৈ মাহৰ শেষ নৌ-হওঁতেই সি যাবলৈ ওলাইছে। কিনো জৰুৰী কাম সেইকথা মই পেঘেনিয়াই থকা নাই। ক'ব পৰা হ'লে সি নিজেই ক'লেহেঁতেন। আচলতে কাম-কাজত মন দিয়া নিষ্ঠাবান কৰ্মচাৰীসকলক তেনে প্ৰাপ্য সুবিধাবিলাকৰপৰা মই বঞ্চিত কৰিব নিবিচাৰোঁ। তেজপুৰ চহৰৰ ওচৰত তাৰ ঘৰ। ঘৰত পৰিয়াল আছে। বিয়াৰ চাৰি বছৰমান হ'লহেনো। ল'ৰা-ছোৱালী দুটিও হৈছে। ডাঙৰ ল'ৰাটো স্কুললৈ যাবৰ হ'বই— তিনি বছৰ হ'ল।

তাৰ বিয়াখননো কেনেকৈ হ'ল সেইকথা মোক নক'লেও মোৰ পৰিবাৰক কৈছে। ছোৱালীজনী হেনো বৰপেটাৰ টাউনৰ হাইস্কুল শিক্ষকৰ ছোৱালী। দুবাৰ পৰীক্ষাত বহিও মেট্ৰিক পাছ কৰিব নোৱাৰাত মাক-দেউতাকে বিয়া দি দায়িত্ব পালন কৰিব বিচৰাত মোমায়েকৰ লগত কিবা চাকৰি-তাকৰি এটা যোগাৰ কৰাৰ আশাত আহি গুৱাহাটী পাই হঠাতে আমাৰ হেড অফিচ পালেহি। অফিচৰ চৌহদতে মতিক লগ পাই বিষয়াজনকনো কেনেকৈ লগ পাব পাৰে তাৰ খা-খবৰ ল'লে। মোমায়েকে বোলে মতিৰ হাতত পঞ্চাশ টকাৰ নোট এখনো গুঁজি

দিলে। সেইদৰে আৰম্ভ নকৰিলে কাৰ্যালযবিলাকত কোনো মানুহৰ সঁহাৰি নাপায বুলিযেই সিহঁতৰ ধাৰণা। মতিৰ মনত অনুকম্পা জাগি উঠিল। সি সিহঁতৰ ওচৰত পঞ্চাশ টকাত নিজকে বিক্ৰী নকৰিলে যদিও বিযযাজনৰ আগত সিহঁতহালক হাজিৰ কৰাত সক্ষম হ'ল। তাইৰ কোনো চাকৰি-বাকৰি নহ'ল। কিন্তু সিহঁতৰ মুখামুখি হোৱা এই ক্ষন্তেকিযা মুহূৰ্তত কিবা এটা সংযোগ স্থাপন হ'ল। যাৰ ফলত সেই বৰপেটাৰ ছোৱালীজনীৰ লগত সি বিবাহপাশত আবদ্ধ হ'ল। ছোৱালীজনী হেনো দেখা-শুনাত, স্বাস্থ্য-পাতিত ভাল আছিল।

এতিযা তাৰ পত্নী বা সন্তান দুটিযেই তাৰপৰানো পাইছে কি? সি থাকে গুৱাহাটীত। মাত্ৰ তিনিঘণ্টাৰ যাত্ৰা যদিও সি সিহঁতক মাহটোত পায মাত্ৰ এদিন বা দুদিনৰ কাৰণে। গুৱাহাটীত সি এটা সৰু ঘৰ, এটা মানুহ শুই থাকিব পৰাকৈ অফিচৰ পিচফালে সাজি লৈছে। দিনত অফিচৰ কেণ্টিনত সস্তাত ৰুটী-ভাজি বা আমাৰ ঘৰত এসাঁজ ভাত খায। ৰাতিলৈ যি পাৰে একে পাগতে ৰান্ধি খায। সিহঁতি যেন জীৱনটো বেলেগৰ কাৰণে উচ্ছৰ্গা কৰি যেনে-তেনে জীযাই থাকিবলৈহে পাইছে। তাতেই তাহাঁতৰ আনন্দ, কাৰো ওপৰত কোনো ক্ষোভ নাই। তেজপুৰলৈ বদলি হৈ যাবলৈ সি আবেদন দি থৈছে। তেজপুৰত ব্ৰাঞ্চ মেনেজাৰজনৰ লগত থকা ড্ৰাইভাৰজনৰ ঘৰ গুবাহাটীৰ ওচৰৰ বাইহাটা চাৰিআলিত। গতিকে দুযো সমিল-মিলকৈ দুযোৰে মাজত বদলি বিচাৰিছে। কথাটো দুই এবাৰ মোৰ কাণ চোবাইছে। কিন্তু মই তাক এৰি দিব বিচৰা নাই কেৱল মোৰ নিজৰ স্বাৰ্থত নহয, হযতো পৰিযালৰ মাজত সোমাই পৰা কাৰণেহে তাক আঁতৰাবলৈ মন যোবা নাই। তেজপুৰত থকা ড্ৰাইভাৰজনৰ পৰা ব্ৰাঞ্চ মেনেজাৰজনৰ মূৰৰ কামোৰণি হৈ থকাৰ অভিযোগ পাযেই আছোঁ। 'মই চাম বাৰু' বুলি কৰিব নোৱাৰা কামবিলাকৰ কাৰণে কাৰ্যালযলৈ অহা মানুহবিলাকক দিযাৰ দৰে এটা বেপেৰুৱা উত্তৰ দি কথাটো তল পেলাই আছোঁ। মতিযে এই বিলম্ব নীৰৱে সহ্য কৰি গৈছে। সি কোনোদিনে তাৰ বাবে আক্ষেপ প্ৰকাশ কৰা নাই। মতিৰ চিনাকি মাথোন এটাই— সি জেনেৰেল মেনেজাৰৰ ড্ৰাইভাৰ। নিজকে বৰ সন্মানীয স্থানত থকা বুলি গণ্য কৰে। ধৰ্মত সি ইছলাম। প্ৰকৃত নাম মতিউদ্দিন হ'লেও তাক সেই নামত নিজৰ অফিচৰে বহুতে চিনি নাপায।

মতিৰ দুদিনীযা ছুটীৰ আৱেদন মই অগ্ৰাহ্য নকৰিলো। বৰঞ্চ, মোৰ মনত হঠাতে এটা নতুন ভাবহে ৰেঙাই গ'ল। বহুত দিনৰপৰা অন্তৰত সাঁচি থোৱা এটা আশা পূৰণ কৰিবলৈ মযো তেজপুৰলৈ যাবলৈ ওলালো। এই দুদিনত

শনিবাৰ-দেওবাৰ হোৱা বাবে যাবলৈ সুবিধা হৈছে। অফিচৰ কাম আৰু বেঙ্কৰ গাড়ী লৈ নহয়— নিজৰ 'মাৰুতি জেন' গাড়ীখনেৰে কোনো বেঙ্কৰ কাম হাতত নোলোৱাকৈ। মতিয়ে মোক তাৰ কথা কোৱাৰ দৰে ময়ো মোৰ পৰিয়ালক ক'লো— তেজপুৰত এটা জৰুৰী কাম আছে। কি কাম কোনোও সোধা নাই। তেজপুৰলৈ এবাৰ গৈ অহা ভাবটো মনত মাজে মাজে আহি আছিল। কাৰ্যত পৰিণত কৰাৰ সুযোগটো যেন মতিয়েহে দিলে। মতি নিজৰ ঘৰলৈ যাব। তাক মই অসুবিধাত নেপেলাওঁ। তাক তেজপুৰ চহৰত নমাই দি মই নিজে গাড়ী চলাই ফুৰিম। মোৰ চিনাকি চহৰ। একালত নিজা নিজা লগা চহৰখনৰ আমেজ আৰু অনুভূতিবিলাকে মোক সততে আকৰ্ষণ কৰি থাকিলেও তালৈ এবাৰ গৈ আহিবলৈ মই আঁজৰি পোৱা নাছিলো। বেঙ্কৰ কোনো কৰ্মচাৰীয়ে খবৰ নোপোৱাকৈ নিৰলে উভতি আহিব পৰা সতৰ্কতা অৱলম্বন কৰি এই যাত্ৰা আৰম্ভ কৰিছো।

মনটো মোৰ ভাবাক্ৰান্ত অতীতৰ স্মৃতিৰে। মতিৰ দৃষ্টি সন্মুখত নিবদ্ধ। গাড়ী চলিছে নিয়মীয়া গতিৰে এক নিমজ পকী পথেৰে। দেহটো আৰাম লগাকৈ এৰি দিলো গাড়ীৰ পিছৰ ছীটত। যোৱাৰাতি এজাক বৰষুণে ফাগুনীয়া বতাহৰ ধূলিবোৰ ধুই গছ-বনবোৰ চাফা কৰি ৰাখিছে। পুবাৰ প্ৰথম কিৰণত গছৰ কুঁহিপাতবোৰ জিলিকি উঠিছে। বসন্তৰ আগমনত প্ৰকৃতি যেন উৎফুল্লিত। এটা দীঘলীয়া, খৰাং বতৰৰ অন্তত পৃথিৱীয়ে ৰস ঘূৰাই পোৱাৰ আনন্দত পথাৰৰ গৰু-ম'হ, গছৰ চৰাই-চিৰিকটিবিলাকো যেন আত্মহাৰা হৈছে। নাহৰ, কেতেকী, কপৌ ফুলা বসন্ত ঋতু মই সদায়েই ভালপাওঁ। মই বিভোৰ হৈ থকাৰ সময়ত মতিৰ গাড়ীৰ চকাই পকী ৰাস্তা আৰু কাষৰ গছ-গছনিবোৰ তীব্ৰ বেগে পিছলৈ ঠেলি যেন আগুৱাই গৈছে। মোৰ দৃষ্টি দূৰৰ নীলা পাহাৰ আৰু কাষত মেলি থোৱা পথাৰখনত আৱদ্ধ হ'লেও মনটো কোন মুহূৰ্তত এডাল পাখীলগা কাঁড়ৰ দৰে উৰি গ'ল, মোৰ জীৱনৰ অতি আমেজ ভৰা সময়ৰ লগত জড়িত হৈ থকা তেজপুৰ চহৰৰ সেই স্মৃতিবিলাকলৈ. মই তত্ ধৰিব নোৱাৰিলো।

চাওঁতে চাওঁতে ত্ৰিছটা বসন্ত ঋতুও পাৰহৈ গ'ল। ব্ৰহ্মপুত্ৰইদি বহুত পানী বৈ গৈ সাগৰত পৰিল, ৰাতি হ'ল, ৰাতি পুৱাল। এতিয়া দুবছৰ পিছত মই বেঙ্কৰ জেনেৰেল মেনেজাৰ পদৰপৰাই অৱসৰ গ্ৰহণ কৰিব লাগিব। মনটো উগুল-থুগুল হৈছে। কেতিয়া পামগৈ উষা-অনিৰুদ্ধৰ কাহিনীৰে সমৃদ্ধ বাণ ৰজাৰ দেশ শোণিতপুৰ, য'ত মই চাকৰি জীৱনৰ আৰম্ভণিতে তিনি বছৰৰ এটা সপোন সপোন লগা সময় পাৰ কৰিছিলো। তেতিয়া মই বাইছ বছৰীয়া চফল

ডেকা— জীৱনটো উদ্দীপনাৰে ভৰপূৰ, কোনো আসক্তিৰ ভাব নাই। ষ্টেট বেংকৰ কঠিন বাছনি পৰীক্ষাত উত্তীৰ্ণ হৈ তেজপুৰ চহৰৰ ষ্টেটবেংক ব্ৰাঞ্চত প্ৰবেশ্যনাৰী অফিছাৰ হিচাপে যোগদান কৰিছোহি। তেতিয়া মোৰ কাৰণে আঁচহুৱা চহৰ। ৰাস্তা-পদূলি চিনোতেই প্ৰথম এমাহমান গ'ল। অথচ তিনি বছৰৰ অন্তত সেই স্থান এৰি আহোঁতে মোৰ নিজৰ জন্মস্থানখনহে এৰি আহাৰ দৰে লাগিছিল। চাকৰিৰ দায়িত্বত অসমৰ ভিতৰে-বাহিৰে নানা ঠাইত থাকি আহি অৱশেষত গুৱাহাটীৰ বেঙ্কৰ সৰ্বোচ্চ পদত অধিষ্ঠিত হৈছোহি। অৱসৰৰ পিছত এই এৰি অহা স্থানসমূহৰ স্মৃতি ৰোমন্থন কৰিবলৈ বহুত সুবিধা পাম। কিন্তু এই তেজপুৰ চহৰৰ স্মৃতি মই য'লৈকে গৈছো সদায় মোৰ লগে লগে গৈছে।

কুৰি বছৰৰ ডেওনা পাৰ হোৱাৰ সময়ত থাকে শৰীৰ-মনত উৎসাহ আৰু উদ্দীপনা। আমাৰ, মানে আমি নতুনকৈ তেজপুৰ ব্ৰাঞ্চৰ চাকৰিত যোগ দিয়া তিনিজন বেঙ্কৰ বিষয়া। মোৰ লগত আছিল শ্বিলঙৰ শীতাংশু সৰকাৰ আৰু শিৱসাগৰৰ ময়িদুল ইছলাম। ময়িদুলৰ কথা-কায়দা নবাবী ধৰণৰ আছিল। সাজ-পাৰ, দেখা শুনাতো তেনে। সেয়েহে তাক আমি 'বাদছাহ' বুলি মাতিছিলো। শিৱসাগৰত গুৰি-গুণ্ডি থকা পৰিয়ালৰ ল'ৰা সি। 'বাদছাহ'ৰ কথা মনত পৰিলে এতিয়া দুধাৰি চকুলো বৈ আহিব খোজে। জয়পুৰৰ ব্ৰাঞ্চ মেনেজাৰ হৈ থকা সময়ত এটা পথ-দুৰ্ঘটনাত তেওঁ আমাক চিৰকালৰ কাৰণে এৰি থৈ গ'ল। শীতাংশু ষ্টেট বেঙ্কৰপৰা ৰিজাৰ্ভ বেঙ্কলৈ গৈ এতিয়া কলকাতাত আছেগৈ। তাতেই সি বিয়া-বাৰু কৰাই নিগাজী হ'লগৈ। মই ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহি গুৱাহাটীত স্থায়ীভাৱে থাকিবলৈ লৈছোঁহি। কপালৰ লিখন মতে কোনো নিৰ্দ্দিষ্ট সময়ত কাৰোবাৰ লগত ঘনিষ্ঠ সম্পৰ্ক ঘটিলেও সময়ৰ গতিত সেই সম্পৰ্ক আকৌ ছেদেলি-ভেদেলি হৈ পৰে। আপোনজনৰ লগত সম্পৰ্ক আৰু মনৰ সান্নিধ্যও সময়ে তুলনামূলকভাৱে ম্লান কৰি তোলে। সৰুকালৰ পিতৃ-মাতৃ, ভাই-ভনীৰ আকৰ্ষণ ডেকা বয়সত বন্ধুবৰ্গৰ ওচৰত আৰু সেই বন্ধুবৰ্গৰ আকৰ্ষণ অন্য এটা সময়ত সন্তান-সন্ততিৰ ওচৰত কিছু পৰিমানে হ'লেও ম্লান হয়। এয়া সংসাৰৰ নিয়ম হ'লেও জীৱনত সংযোগ হোৱা কিছুমান ব্যক্তিয়ে মনত যুগমীয়া সাঁচ বহুৱাই যায়। শীতাংশু আৰু বাদছাহৰ লগত ত্ৰিছ বছৰ আগতে তেজপুৰ চহৰত কটোৱা তিনিটা বছৰে মোৰ স্মৃতিক সদায় জাগ্ৰত কৰি ৰাখিছে। নতুনকৈ চাকৰিত যোগদান কৰিছিলো যদিও কাৰ্যালয়ৰ চাৰিসীমাতে আমি অধিক সময় আবদ্ধ হৈ নাথাকিছিলো। বেঙ্কৰ 'ট্ৰেনজিট ল'জ'ৰ ওচৰা-ওচৰিকৈ তিনিটা কোঠাত আমি থাকিবলৈ লৈ একেটা ৰান্ধনী ঘৰতে ৰন্ধা-বঢ়া কৰি একে

টেবুলতে তিনিওজনে খোৱা-বোৱা কৰিছিলো। আমাৰ প্ৰধান আকৰ্ষণ আছিল চহৰখন আৰু নতুনকৈ গঢ়ি উঠা বন্ধু-বান্ধৱসকল। সন্ধিয়া আৰু বন্ধৰ দিনত পুৱাবেলাও আমি পদব্ৰজে চহৰখন ভ্ৰমণ কৰি ফুৰিছিলো। ঐতিহাসিক স্থান, মঠ-মন্দিৰ, বিশাল ব্ৰহ্মপুত্ৰৰ প্ৰাকৃতিক সৌন্দৰ্য একো বাদ যোৱা নাছিল। জোনাকী, অনন্ত, আনোৱাৰ আদি চিনেমা হলত ছেকেণ্ড শ্ব' চোৱা, ডিলাইট বেকাৰীৰ বিস্কুটৰ জুতি লোৱা, লহকৰৰ বেলীভিউ ৰেস্তোৰাঁত ছুপ্ খোৱা, ৰামভৰোচাৰ মিঠাই, মাদ্ৰাজ কাফেৰ দোচা, কফিৰ সোৱাদ লোৱা, জিলা পুথিভঁৰাললৈ পাক এটা মৰা আৰু নিজৰ প্ৰয়োজনীয় শাক-পাচলি, মাছ-মাংসৰ কাৰণে চ'ক বজাৰত বজাৰ কৰিবলৈ যোৱা আমাৰ নিত্য-নৈমিত্তিক কাম আছিল। তাৰ লগতে বেঙ্কৰ এক শক্তিশালী ক্ৰিকেট দল গঠন কৰি চাহ সংগঠন আৰু কলেজ শিক্ষক গোটৰ লগত কেবাখনো ক্ৰিকেট খেল খেলিছিলো। গাভৰু ছোৱালী থকা ঘৰলৈ পৰাপক্ষত নগৈছিলো। আমাৰ স্বাস্থ্য-পাতি, চাকৰি-বাকৰিয়ে কোনো কন্যাদাতা পিতৃক বিশেষ আকৰ্ষণ কৰাৰ ভয়ত নহয়, সেইবিলাক পাকচক্ৰত তেতিয়াই সোমাব নোখোজা মনোভাবৰ কাৰণেহে।

এতিয়া চহৰখনৰ কিছু সলনি হ'ল। মানুহ, ৰিক্স, চাইকেলৰ ভিৰৰ কাৰণে আমি খোজ কাঢ়ি ঘূৰি ফুৰা পথবোৰ নিজৰ নিজৰ নলগা হ'ল। ৰাস্তাবোৰ আহল-বহল হ'ল। ব্ৰহ্মপুত্ৰৰ বুকুত দলং হোৱাত গাড়ী চলাচল আৰু বাঢ়িল। পথত নতুন নতুন মডেলৰ গাড়ী চলিছে। জুম বান্ধি থকা ডেকা-গাভৰুবিলাক আমি তেজপুৰত থাকোঁতে জন্মই হোৱা নাছিল। এতিয়া সিহঁতি আমাৰ স্থান পূৰাইছে।

মতিক দুদিনৰ ছুটী দি ঘৰলৈ পঠিয়াই মই নিজৰ গাড়ী নিজে চলাই অতীত ৰোমন্থন কৰিম বুলি ঠিক কৰিলোঁ। মতিয়ে কথাটোত ভালপোৱা নাই। তাৰ এইটো বিশ্বাস নাই যে গাড়ীখন মই ভালদৰে চন্তালিব পাৰিম। গুপুতে আবৰ্ত ভৱনৰ কোঠা এটা লৈছোঁ। গাড়ীখন প্ৰয়োজন অনুসৰি চাফ-চিকুণ কৰিবলৈ সি আবৰ্ত ভৱনৰ চিনাকি ল'ৰা এজনক দায়িত্ব দি গৈছে। মতি কালিয়েই ঘৰলৈ গ'ল। তাৰ জৰুৰী কামটোনো কি মই সোধা নাই। ঘূৰি অহাৰ পিছত সুধিব পাৰিম। কাইলৈ দুপৰীয়া আহি মোক গুৱাহাটীলৈ নিবহি। আজি পুৱা মই যেন এটা নতুন উদ্যম পাইছো। মই যেন ত্ৰিছ বছৰৰ আগৰ সেই ডেকা ল'ৰাটোহে, যদিও এতিয়া দাড়ি-চুলি মাজে মাজে পকিছে। নিজে মন নকৰা পৰিবৰ্তনবিলাক আনৰ চকুত ধৰা পৰে। এতিয়া দেহটো মেদ-বহুল হ'ল। ভাগৰ বাঢ়িল আৰু তথ্য গধূৰ 'চিডি' এখনৰ দৰে মগজুটো অভিজ্ঞতা আৰু

স্মৃতিবিলাকেৰে ভাৰাক্ৰান্ত হৈ পৰিল। তথাপি অতীতৰ মধুৰ স্মৃতিবিলাক হয়তো সকলো মানুহেই ঘূৰাই পাবলৈ বিচাৰে। ময়ো ব্যতিক্ৰম নহওঁ।

গাড়ীখন চলাই মূল পথেৰে গৈ থাকিলোঁ। তেজপুৰত প্ৰথম চাকৰিত বেঙ্কৰ জীপগাড়ীখন চলাবলৈ শিকিছিলো। ৰাস্তা-পদূলিবিলাকত মানুহৰ ভিৰ আৰু যান-জঁটে আমনি দিছে। থানাখনৰ কাষতে 'ন'-এন্ট্ৰী' পালোঁ। অকাই-পকাই গৈ অনন্ত চিনেমা হলৰ কাষৰ ৰামভৰোচা মিঠাই দোকান পাই তাৰ ওচৰৰ পাণ-দোকানখনৰ কাষত গাড়ীখন ৰখাই নামি গ'লোঁ। নামটো মনলৈ আহিল। হয়, তাৰ নাম 'ভোলা' আছিল। তাৰ ১২০ জৰ্দাৰ পাণখনৰ সোৱাদ ল'বৰ মন গ'ল। দোকানখন তাতে আছে যদিও আহল-বহল হ'ল। কেইবাজনো মানুহে ভিৰ কৰি আছে। তাৰ মাজেদি ভুমুকি মাৰি দেখিলোঁ মই আশা কৰাৰ দৰে সেই সময়ৰ ভোলা এতিয়া দাড়ি-চুলি পকাই বুঢ়া হৈ তাত বহি থকা নাই। এটা ল'ৰাই খৰধৰকৈ পাণ বিক্ৰী কৰি আছে, কালৈকো চাবলৈ তাৰ আহৰি নাই। নিশ্চয় সি ভোলাৰে ল'ৰা হ'ব। কিন্তু তাক চিনাকি দিলে সি হয়তো কোনো গুৰুত্ব নিদিব। তাৰ কাৰণে সেই অতীতৰ কোনো মৰ্যাদা নাই। এইবাৰ মহাভৈৰৱ মন্দিৰ আৰু দৰং কলেজৰ সন্মুখেৰে গৈ পালোঁগৈ ৰাবাৰ বাগান। তাত থকা গণিতৰ অধ্যাপক মুখাৰ্জীৰ লগত সেইসময়ত ক্ৰিকেট খেলাৰ জৰিয়তে আমাৰ ঘনিষ্ঠ সম্পৰ্ক হৈছিল। তেওঁৰ 'পেচ' বল খেলিবলৈ আমি ভয় কৰিছিলো। দৰং কলেজ আৰু প'ল গ্ৰাউণ্ডত খেলিবলৈ আহোঁতে সদায় ধুতি পিন্ধা মুখাৰ্জীয়ে লংপেণ্ট পিন্ধি ক্ৰিকেটাৰৰ সাজত আহিছিল। আজি-কালি সন্মুখত নতুন ঘৰ এটা হোৱাত তেওঁৰ ঘৰটো পিছলৈ যেন লগা হ'ল। ৰাবাৰ বাগানৰ খালী ঠাইবিলাক ঘৰ-দুৱাৰ, দোকান-পোহাৰেৰে ভৰি পৰিল। মুখাৰ্জীৰ ঘৰত আমি কেইবাদিনো ভাত-পানী খাইছো। সদ্যবিবাহিত মুখাৰ্জীয়ে সৰুকৈ সংসাৰখন পাতিছিল। আমাক খুৱাই বৌদিয়ে আনন্দ পাইছিল। আমিও বঙালী জুতি লগা আঞ্জা-পাতি শলাগি শলাগি খাইছিলো। আমি তেওঁলোকক দাদা-বৌদি বুলি মাতি চেনেহৰ ভায়েক-দেওৰেক হৈ পৰিছিলো। অধ্যাপক মুখাৰ্জীৰ ঘৰটো এতিয়া পুৰণি হ'ল। দেখিলেই গম পায় যে তাত বহুত দিন ৰং-তং লগা নাই। ঘৰৰ বাহিৰত কেইটামান ডেকা ল'ৰাই গাভৰু ছোৱালী কেইজনীমানৰ লগত মুখ চুপতি মাৰি আছিল। বোধহয় কলেজৰ ছাত্ৰ-ছাত্ৰী। মোৰ আগমনত সিহঁতে কোনো গুৰুত্ব দিয়া নাই। কলিংবেল বজাত যিজন মানুহে দুৱাৰখন খুলি দিলে সেইজনেই অধ্যাপক মুখাৰ্জী বুলি অন্য ঠাইত দেখা হ'লে হয়তো থিতাতে ধৰিব নোৱাৰিলোহেতেঁন। ক্ষীণকায় দেহাৰ, মুখত

পকা দাড়িৰে, চকুত ডাঠ পাৱাৰ লেন্স পিন্ধা সেইজনেই এসময়ত পৰিপাটি সাজ-পোছাক পিন্ধা দেখনীয়াৰ অধ্যাপক মুখাৰ্জী। তেওঁ মোৰ পৰিচয় পাই থত্‌মত্ খোৱাদি ভিতৰলৈ মাতি নিলে। এটা সৰু কোঠাত পোন্ধৰটামান ল'ৰা-ছোৱালীক মুখাৰ্জীয়ে গণিত পঢ়াই আছিল। তাৰ মাজেদি পাৰ কৰি নি মোক সেই চিনাকি ড্ৰইংৰুমটোত বহুৱালে। সন্মুখৰ সৰু কোঠাটো পিছত সজা। এখন বেতৰ চকীত বহি মুখাৰ্জীৰ মোক পাই কেনে লাগিছে বুজিবলৈ চেষ্টা কৰিলোঁ। মুখাৰ্জীৰ মুখত কোনো উৎসাহ পৰিলক্ষিত হোৱা নাই। মোক ইমানবছৰৰ পিছত পায়ো তেওঁ উৎফুল্লিত হোৱা নাই। দু-আষাৰমান কথা পাতিয়েই গম পালোঁ বৌদিয়ে কেতিয়াবাই তেওঁক অকলশৰীয়া কৰি চিৰদিনৰ কাৰণে বিদায় মাগিলে। এটা ল'ৰা। সি দিল্লীত চাকৰি কৰি আছে। মুখাৰ্জীকো তাৰ লগত থাকিবলৈ মাতি আছে, যোৱা নাই। এতিয়া দীঘলীয়া আমনি লগা সময়বিলাকৰ লগত সংগ্ৰাম কৰি তেওঁ দিনে তিনি-চাৰিটা টিউচন কৰা গণিতৰ ছাত্ৰ-ছাত্ৰীৰ দলৰ লগত ব্যস্ত হৈ অৱসৰকালীন দিনবোৰ কটাইছে। গণিতত সদায় শুদ্ধ উত্তৰ উলিওৱা মুখাৰ্জীৰ যেন নিজৰ জীৱনৰ শুদ্ধ উত্তৰ বিচাৰি পোৱাত ক'ৰবাত ভুল হৈ গ'ল। মুখাৰ্জীৰ ঘৰত সময়ৰ নিষ্ঠুৰতাই মোৰ আগত নগ্ন ৰূপত ধৰা দিলে। বৌদিবিহীন মুখাৰ্জী দাদাৰ এই অৱস্থা বোধহয় মই নেদেখাই ভাল আছিল। মই নিশ্চুপ হৈ ৰ'লোঁ। একাপ চাহ খোৱাৰ পিছত টিউচন কৰি থকাৰ মাজত আমনি নিদিওঁ বুলি মুখাৰ্জীৰ ঘৰৰপৰা সোনকালেই বিদায় ল'লোঁ। কলৈকো আৰু যাবৰ মন নোযোৱা হ'ল। পুৰণি মানুহবিলাকক সময়ে বহুত পৰিৱৰ্তন ঘটাইছে।

এতিয়া মই তেজপুৰৰ ত্ৰিছ বছৰ পুৰণি এনে এটা কথা ৰোমন্থন কৰিব বিচাৰোঁ, য'ত মই হেঁপাহ কৰাৰ দৰে অতীতক ঘূৰাই পাম। প্ৰকৃতি মানুহৰ খোৱা-কামোৰাৰ বলি নহ'লে পৰিৱৰ্তনৰ দ্বাৰা আক্ৰান্ত নহয়। মোৰ গাড়ী মন্থৰ গতিত চলিল বালিপাৰৰ ফালে। উত্তৰৰ হিমালয়ৰ পাদদেশত শৃংগবোৰ একেই শুকুলা হৈ আকৰ্ষিত হৈ আছে। ফুলবাৰী চাহ বাগিচাত আকৌ সেউজীয়া পাত মেলিছে। মনটো বহুত মুকলি আৰু সজীৱ লাগিল। তাৰপৰা উভতি আহি চাৰ্কিট হাউছৰ ওচৰ পাওঁতে দেখিলো ডুবিব ধৰা বেলিটোৱে নদীৰ পানীবিলাকত যেন ফাকুগুৰি ছটিয়াই দিছে। দূৰত দুখনমান মাছমৰীয়া নাও। ত্ৰিছ বছৰ আগতে মনৰ মাজত আঁকি থোৱা সেই চিনাকি ছবিখন এতিয়াও একেই আছে। পিছবেলা আৱৰ্ত ভৱনৰ কোঠাতে নতুনকৈ প্ৰকাশ পোৱা কিতাপ এখনৰ মাজত ব্যস্ত হৈ থাকিলোঁ। ৰাতিৰ সাঁজ ভাতৰ লগত ব্ৰহ্মপুত্ৰৰ লোকেল

মাছ খুৱালে। ভাত লৈ অহা মতিৰ চিনাকি ল'ৰাটোৰ লগত মাছৰ কথা ওলাল। সি ক'লে— আজিকালি লোকেল মাছ পাবলৈকে নোহোৱা হ'ল। পালেও দামৰ কাৰণে কিনিব নোৱাৰি। সেইবিলাক কথা পাতোঁতে মনলৈ আহিল আমি সেই সময়ত তেজপুৰ বজাৰত ভাল সোৱাদৰ শিলঘৰীয়া মাছ বিচাৰি থকাৰ কথা। সেই যে 'শিবু' নামৰ মাছবেপাৰীজনে আমাক কিমান আদৰ কৰিছিল। সকলোৰে মাজত শিবু নামে পৰিচিত হ'লেও তাৰ কিবা এটা অন্য নাম আছিল। এতিয়া নামটো মনলৈ অহা নাই। বেচেৰাই শিলঘৰীয়া মাছ বজাৰলৈ আহিলেই আমাৰ কাৰণে ৰাখি থৈ আমাক খবৰ দিয়াইছিল। আমি মাছৰ বজাৰত থকা সময়ত সি অন্য গ্ৰাহক বাদ দি আমাৰ লগত ব্যস্ত হৈ আছিল। আমাৰনো কি ইমান আকৰ্ষণ আছিল আজিও ভাবি নাপাওঁ। সেইটো বোধকৰোঁ আছিল কিবা এটা প্ৰাণৰ টান— এক সংযোগ। শিবুৰ হাঁহিমুখীয়া মুখখনৰ স্মৃতিয়ে মোক বাৰে বাৰে আমনি দিবলৈ ধৰিলে। মই তেজপুৰৰপৰা বদলি হৈ যোৱাৰ সময়ত সি মোক বিনাপইচাৰে পিঠিয়া মাছ খুৱাইছিল, যাৰ সোৱাদ যেন এতিয়াও মোৰ জিভাত লাগি আছে। দৰিদ্ৰজনৰ এই উদাৰতাত মই অভিভূত হৈছিলো।

পিছদিনা পুৱা বজাৰ খোলাৰ সময়ত নাযাওঁ নাযাওঁ বুলিও শিবুক বিচাৰি ওলালোঁ। মাছৰ বজাৰখন ডাঙৰ হ'ল। বেপাৰীৰ সংখ্যাও বাঢ়িল। দূৰৰপৰা বেপাৰীবিলাকৰ মুখবোৰ চাই গ'লো। দেওবৰীয়া বজাৰ। মানুহৰ ভিৰ বেছি। অধিকাংশই ডেকা বেপাৰী। মই বিচৰাজন বয়সস্থ হ'ব। ইয়াৰ কোনোবা এজন শিবুৰ পুতেক বা ভায়েক আদিও হ'ব পাৰে। ইতঃস্তত কৰি হ'লেও এবাৰ এজন বয়সস্থ বেপাৰীৰ কাষ চাপিলোঁ। তেওঁক কিন্তু শিবু যেন লগা নাই। তথাপি কাষ চাপি সুধিলোঁ এসময়ত ইয়াত মাছ বিক্ৰী কৰা শিবুৰ বিষয়ে তেওঁ জানে নেকি। অলপ সময় চিন্তা কৰি মানুহজনে ক'লে— হয় চিৰাজুদ্দিনৰ নামেই শিবু। এতিয়াও সি মাছ নিজে বিক্ৰী কৰে। ইমান বছৰে কৰি আহিছে। আজিকালি মাছ কিনোতাজনক কাটি-বাছি দিব লাগে। এতিয়া বয়স হোৱাত হাত কঁপে কাৰণে সি মাছ কটা বাদ দি সেই কামত সৰু ল'ৰা এটা হাজিৰা দি ৰাখিছে। কিন্তু সিদিনা এজন লোকে সৰু ল'ৰাটোৱে মাছটো নষ্ট কৰিব বুলি ডাবি-ধমকি দি তাৰ হতুৱাই মাছটো কটাওঁতে তাৰ আঙুলি এটাত ঘাপ পৰিল। সি এতিয়া হাতত বেণ্ডেজ লৈ ঘৰতে আছে। মোৰ মনৰ মাজত এক বিদ্যুৎ প্ৰবাহিত হোৱা যেন ভাব হ'ল। যেনিয়ে যাওঁ তাতে এখন হতাশাৰ ছবি। অন্তৰখন মোচোকা খাই গ'ল। এজন সাধাৰণ মাছ বেপাৰী হৈ মোক

বিনাপইচাৰে এক কেজি পিঠিয়া মাছ খুৱাই তেজপুৰৰপৰা ত্রিছ বছৰ আগতে বিদায় জনোৱা অসাধাৰণ শিবুক মই পাহৰিব নোৱাৰো। সি জীয়াই আছে যেতিয়া মই লাগিলে যিমানেই ডাঙৰ অফিচাৰ নহওঁ কিয়, তাৰ ঘৰলৈ গৈ হ'লেও এবাৰ লগ পাই আহিব লাগিব—বিশেষকৈ তাৰ এই বিপদৰ সময়ত। বজাৰৰ বৃদ্ধ বেপাৰীজনে মোৰ আগ্রহটো দেখি সৰু পুতেকজনক মোৰ লগত যাবলৈ দিলে। এই মানুহবিলাকৰ সৰলতাই মোক মুগ্ধ কৰিলে। ল'ৰাজনক গাড়ীত বহুৱাই লৈ তাৰ কথামতে ডিপোটোৰ ফালে গাড়ী চলালোঁ। ডিপোটো নদীৰ কাষৰ এখন সৰু গাঁৱৰ এটা কেঁচা পথৰ কাষত গাড়ীখন ৰখালোঁ। কাঠ-বাঁহৰ, দুচলীয়া টিনৰ সৰু ঘৰ। ল'ৰাটো ভিতৰলৈ সোমাই গ'ল। মই এখন পুৰণা কাঠৰ চকীত বাৰাণ্ডাত বহি ৰ'লোঁ। অলপ পিছতে বাঁওহাতৰ তলুৱাত এটা বেণ্ডেজ লৈ শিবু ওলাই আহিল। আঘাত হোৱা হাতৰ বেণ্ডেজটো দেখিযেই মই তেৰেঁই যে শিবু চিনি পালোঁ। তেওঁ মোৰফালে ৰ' লাগি চাই থাকিল। কি বুলি চিনাকি দিম ভাবি নাপাই মনলৈ যেনেকৈ আহিছে তেনেকৈ মোক, শীতাংশু আৰু বাদছাহক সি শিলঘৰীয়া মাছ খুওৱা, পিঠিয়া মাছ খুওৱা আদি কথাবিলাক ক'বলৈ ধৰিলোঁ। সি কি বুজি পালে ক'ব নোৱাৰো। তাৰ হয়তো স্মৃতি শক্তি হ্রাস পাইছে। হয়তো সি মোৰ দৰে হোৱা ত্রিছ বছৰে হাজাৰজনলৈ সেৱা আগবঢ়াই মোক এজন সাধাৰণ গ্রাহক হিচাপে পাহৰি গৈছে। মই তাৰ ঘৰ বিচাৰি গৈ এইবোৰ পুৰণি কথা কোৱাত সি যেন মোৰ আচল উদ্দেশ্যত পতিয়ন যাব পৰা নাই। তথাপি সি মাখে দেখে বহুৱাই বোৱাৰীযেকক মাতি আনিলে। তাই বটা এখনত আনি মোলৈ তামোল-পাণ যাচিলে। শিবুৰ স্মৃতিপটত মই হেৰাই গৈছোঁ যদিও তাক যে এবাৰ মাত দিব পাৰিলোঁ সেই কথাটোৰ কাৰণে কোনো অভিযোগ নকৰিলো। তাৰ বিপদৰ সময়ত অলপ সহায় হওক বুলি মই এহাজাৰ টকাৰ নোট এখন উলিয়াই দি বিপদৰ সময়ত টকাখিনি ৰাখিবলৈ অনুৰোধ কৰিলোঁ। কিয এই কামটো কৰিবলৈ মন গ'ল নাজানো। শিবুৱে মাথোন মিচিকিযাই হাঁহিলে আৰু হাতযোৰ কৰি মোক ক'লে—টকা লৈ মই কি কৰিম? মই কোনদিনা মৰো ঠিক নাই। বোৱাৰীজনী আৰু নাতি দুটাক চোৱাচিতা কৰিবলৈ মানুহ নাই। আপুনি ডাঙৰ অফিচাৰ যেতিয়া পাৰে যদি গুৱাহাটীৰ ষ্টেট বেঙ্কৰ হেড অফিচত কাম কৰা মোৰ ড্রাইভাৰ ল'ৰাটোকে তেজপুৰলৈ বদলি কৰি আনক। 'অ' সৌৱা সি আহিছেই'। শিবুৱে গেটৰ ফালে আঙুলিয়াই দেখুৱালে। মই সেইফালে চাই

দেখিলো— বাঁহৰ জপনাখন খুলি হাতত দৰবৰ বটল লৈ মতি ড্ৰাইভাৰ সোমাই আহিছে। অস্বাভাৱিকভাৱে তাৰ নিজৰ ঘৰৰ বাৰাণ্ডাত মোক দেখি সি শিল পৰা কপৌৰ দৰে থৰ লাগি ৰ'ল। ময়ো অবাক হৈ বহাৰ পৰা থিয় হ'লোঁ আৰু শিবু মাছ বেপাৰীৰ ঘৰৰ বাৰাণ্ডাত ষ্টেট বেংক অৱ ইণ্ডিয়াৰ জেনেৰেল মেনেজাৰ হিচাপে মই থিতাতে মতি ড্ৰাইভাৰৰ ট্ৰেন্সফাৰৰ মৌখিক নিৰ্দেশ জাৰি কৰিলোঁ। মোৰ তেজপুৰ যাত্ৰাৰ এক সফল সামৰণিত মনটো সন্তোষেৰে উপচি পৰিল। মই যেন শিবুৰ হাতত তুলি দিলোঁ এক অনুপম প্ৰশস্তি-পত্ৰ। শিবুৰ মুখত হাঁহি বিৰিঙি উঠিল। ❑

# কাদম্বিনী

অৱশ দেহাটোৰে বিছনাখনত পৰি থাকি চকু দুটা মেলি সময়টো চাবলৈ নিবেদিতাৰ অকণো মন যোৱা নাই। মনতে ভাবিলে বোধকৰো গধূলি হ'বৰে হ'ল। মেলো-নেমেলোকৈ চকু দুটা আধা মেলি তাই বেৰত ওলমি থকা ঘড়ীটোলৈ চালে। সন্ধিয়া ছয় বাজিবৰ হ'ল, এটা দিনৰ অন্ত হোৱাৰ উপক্ৰম। অলাগতিয়াল ভাব কিছুমানে তাইৰ মনটো আবৰি ধৰিলে। ঘড়ীটোৱে সদায় কিয় এইদৰে সময়বোৰ পাৰ হোৱাৰ জাননী দি থাকে? নে আহিবলগীয়া দিনবোৰো তীব্ৰবেগে পাৰ হৈ যাব বুলি মানুহক সকীয়াই থাকে? দিনবোৰ পাৰ হৈ মাহ আৰু মাহবোৰ পাৰ হৈ বছৰ বাগৰি গৈছে। কেলেণ্ডাৰৰ পাতবোৰ লুটিযাই লুটিযাই বছৰবোৰক বিদায় দিয়া হৈছে। এয়াই সংসাৰৰ নিয়ম, বৰ্তমানবিলাক অতীতত লুপ্ত হোৱাৰ ভৱিষ্যতবোৰ বৰ্তমান হৈ পাৰ হৈ যোৱাৰ।

পাৰ হৈ যোৱা দিনবোৰৰ স্মৃতিয়ে নিৰ্বেদিতাৰ চকুৰ পৰা দুধাৰি তপত চকুলো থিতাতে বোৱাই দিলে। চকু দুটা পানীৰে উপচি পৰিল, উচুপনিৰ এটা হেঁচামাৰি থোৱা ক্ৰন্দন যেন তাইৰ বুকুৰ পৰা ওলাই আহিল। সময়বোৰ যেন কোঠাটোৰ ঘড়ীটোৱে অনৰ্গল গিলি গৈছে। হয়তো অন্তিম দিনবোৰ সমাগত, তাইৰ নিচেই কাষত। তেনে অন্তিম দিনৰ আগমন মানুহৰ জীৱনত এটা চিৰসত্য কথা। এই কথা বুজিও যেন মানুহে জীৱনৰ সত্য এটা উপলব্ধি কৰিবলৈ টান পায়। তাই ইমান বছৰে পৰিচৰ্যা কৰা দুৰাৰোগ্য ৰোগৰ ৰোগীবিলাকৰ মনতো হয়তো তীব্ৰ বেগেৰে পাৰ হোৱা সময়বোৰে হাঁহাকাৰৰ সৃষ্টি কৰিছিল। অসহায় ৰোগীবিলাকক সময়ে গ্ৰাস কৰিছিল. সেই ৰোগীবিলাকৰ আৰোগ্যৰ আশ্বাস দিয়া ডাক্তৰ, নাৰ্ছবোৰে নিশ্চয় সেই হাঁহাকাৰ হৃদয়ঙ্গম কৰিব নোৱাৰে। নিবেদিতাৰ এতিয়া বিশ্বাস হৈছে ইমান বছৰে তাই নাৰ্ছৰ চাকৰিত বহুত ৰোগীক পৰিচৰ্যা কৰিছে যদিও প্ৰকৃত সত্য যেন উপলব্ধি কৰিব পৰা নাছিল। নিজে ভুক্তভোগী নহ'লে আনৰ বিপদবোৰ বোধগম্য নহয়।

ইমান বছৰে বহুত ৰোগীক ছিষ্টাৰ নিবেদিতাই বেজীৰে খুঁচিলে। এতিয়া সেই পট্ সলনি হৈ বিপৰীতমুখী হৈছে। পুৰাৰ পৰা তাইৰ সহকৰ্মী নাৰ্চ কেইগৰাকীয়ে তাইক কেবাটাও বেজী দি গ'ল। তাই ৰোগীৰ কষ্ট হয় বুলি সদায় আলফুলে এই কাম কৰিছিল। 'একো নহয়, অলপো কষ্ট নাপায়, মই লাহেকৈ দিম নহয়' বুলি আশ্বাস দি দি তাই মঙহত বেজীবোৰ খুঁচি দিছিল। আজি ওলোটা পৰিস্থিতিত তাইক সেই বাক্যবোৰ নোকোৱাকৈয়ে বেজীকেইটা দি গ'ল। সহকৰ্মী নাৰ্চকেইগৰাকীয়ে নিবেদিতাৰ মুখলৈ চাবলৈ সাহ গোটাব পৰা নাই, কিজানি ভেটা দি ৰখা পুঞ্জীভূত বেদনাবোৰ হঠাতে চকুপানীৰ ধল হৈ বাগৰি পৰে। দেশৰ ভিতৰতে প্ৰসিদ্ধ এই চিকিৎসালয়খনৰ শল্য চিকিৎসাৰ মুৰব্বী ডাক্তৰ পি ভি দেশাইৰ লগত নিবেদিতাই সদায় পুৱা-গধূলি কোঠাবিলাকত ঘূৰি ঘূৰি ৰোগীৰ খা-খবৰ লৈছিল। সেই দিনবিলাকত ডাঃ দেশায়ে আনক কোৱাৰ দৰে আজি পুৱা তাইকো কৈছিল—'আমি আছো নহয়, কোনো চিন্তা নকৰিবা, ভগৱানে তোমাক অতি সোনকালে আৰোগ্য কৰিব।' দুয়োটা পৰিস্থিতিৰ মাজত পাৰ্থক্য মাথোন এইটোৱেই আছিল যে এইখিনি কথা তাইক কওঁতে ডাক্তৰজনে এক কঠোৰ মনৰ অভিনয় কৰিবলগীয়া হৈছিল। ছাৰে বুজি পায় নিবেদিতাৰ ক্ষেত্ৰত এই কথাৰ সত্যতা মাথোন ভগৱানেহে জানে। নিবেদিতাই এই সান্ত্বনাবাণী হৃদয়ঙ্গম কৰিব নোৱাৰে। কথাবোৰ নাভাবো বুলিও তাই মনটোক ধৰি ৰাখিব পৰা নাই। পৃথিৱীৰ সকলো বস্তুতকৈ তীব্ৰ বেগত গতি কৰা মনটোক তাই লেকাম লগাবই বা কেনেকৈ? কথাবোৰ ভাবিলে ভাৰাক্ৰান্ত মনৰ লগতে গাটোও অৱশ অৱশ লাগে। কেনেকৈ যে কি হৈ গ'ল সেই কথা তাই ধৰিবই নোৱাৰিলে।

চিকিৎসালয়খনত নাৰ্চৰ জীৱিকাটোৰ জৰিয়তে মানৱ সেৱাক এটা ব্ৰত হিচাপে গ্ৰহণ কৰি যোৱা দহ বছৰে তাই ৰোগীৰ আৰোগ্য লাভৰ সাধনাত দেহ-মন উজাৰি দিছে। তাই দৰমহা পাবৰ কাৰণে গতানুগতিকভাৱে চাকৰি কৰা নাই। অনুষ্টুপীয়া জীৱন-যাপন কৰি তাই অতিৰিক্তখিনি ৰোগী মঙ্গল পুঁজি আৰু ধৰ্ম-কৰ্মৰ কামলৈ বৰঙণি দি আহিছে। ৰাতি নাই, দিন নাই, সময়-অসময়ৰ ব্যৱধান নোহোৱাকৈ তাই অক্লান্ত সেৱা আগবঢ়াই আহিছে মানৱ প্ৰেমৰ তাড়নাত। এতিয়া নিবেদিতাই বহুতবাৰ ভাবিছে তাইৰ দোষ কি? ভগৱানে তাইক ৰোগীবিলাকৰ যন্ত্ৰণা কিমান সেই কথা উপলব্ধি কৰাবলৈকে এই অৱস্থা কৰিছে নেকি? ইমান দিনৰ অভিজ্ঞতাৰ পৰা তাই বুজিব পাৰিছে তাইৰ ৰোগ কি, যদিও ডাক্তৰে মুখ ফুটাই সেই কথা তাইক ক'বলৈ সাহ গোটাব পৰা

নাই। তাই অনুমান কৰিছে এই মাৰাত্মক ব্যাধি এইকেইদিনতে গোটেইখনলৈ শিপাইছে। যন্ত্ৰণাত তাই ছাটি-ফুটি কৰিছে। তথাপি নিৰ্বেদিতাই এই আপোন চিকিৎসালয়খনৰ পৰা অন্যস্থানলৈ চিকিৎসা ল'বলৈ যাবলৈ মান্তি হোৱা নাই। অন্তিম সময়লৈকে তাই এই আপোন স্থানকে লগৰী কৰি ৰাখিব বিচাৰে।

লাহেকৈ নিবেদিতাই উঠি গৈ টেবুলৰ কাষৰ সৰু খিৰিকীখন খুলি দি পঞ্চম মহলাৰ পৰা তলৰ চহৰখনলৈ চালে। অত্যন্ত ব্যস্ত চহৰ। গাড়ীবোৰ অহৰহ অহা-যোৱা কৰিছে। কোঠাটোৰ বন্ধ বতাহবোৰ ঠেলি যেন এছাটি মৃদু মলয়া আহি তাইৰ দেহাটো সতেজ কৰি ঢৌৱাই গ'ল। বেলিটো দিগন্তত ওলমি আছে এটা সেন্দূৰৰ ফোটৰ দৰে। ফোটটো অলপ পিছতে নাইকিয়া হ'ব আৰু আন্ধাৰে পৃথিৱীখন গ্ৰাস কৰি পেলাব। ইয়াত কাৰো বাধা দিয়াৰ ক্ষমতা নাই। সেই আন্ধাৰবোৰ চাবলৈ নিবেদিতাৰ মন যোৱা নাই। তাই খিৰিকীখন পুনৰ জপাই দি এক অসহনীয় যন্ত্ৰণাত পুনৰ বিচনাখনলৈ উভতি আহিল। এতিয়া এঘণ্টা সময় তাইৰ কোঠালৈ কোনো নাহে। হয়তো সাতটা বজাৰ পিছত ডাঃ দেশাই এপাক আহি খা-খবৰ লৈ যাব। সন্ধিয়াৰ এই এঘণ্টা সময় মাত্ৰ তাই নিজৰ কাৰণে আছুতীয়াকৈ ইমান বছৰে ৰাখি আহিছে। এইখিনি সময় তাই চিকিৎসালয় চৌহদৰ বহুজনৰ বৰঙণিৰে স্থাপন কৰা মন্দিৰটোত ৰোগী আৰু তেওঁলোকৰ আত্মীয়-স্বজনৰ লগত সমূহীয়া ভজনত ব্যস্ত হৈ থকাৰ সময়। কিন্তু নিজে শয্যাগত ৰোগী হোৱাৰ পৰা তাই এই এঘণ্টা সময় নিজৰ কোঠাতে প্ৰাৰ্থনাত ব্ৰতী হৈ থাকে। তাইৰ দৃঢ় বিশ্বাস ভগৱান ভক্তিয়ে মানুহৰ দুৰ্বলতা নুবুজায়। তেনে ভক্তিয়ে মনোবল বৃদ্ধিহে কৰে। আজি মনটো বেছি গধুৰ লগাত নিবেদিতাই চমুতে প্ৰাৰ্থনা সামৰি বিচনাখনত বাগৰ দি বেড লাইটৰ ছুইচটো দি গল্প সংকলন এখন মেলি ল'লে। আবেলি তাইৰ খবৰ কৰিবলৈ অহা এগৰাকী পুৰণি বান্ধৱীয়ে এইখন তাইক দি গৈছিল। কিতাপৰ পাতৰ মাজত সোমাই তাইৰ নিজৰ দেহাটোৰ কথা কিছু সময়লৈ পাহৰি থাকিবলৈ মন গ'ল। ইতিমধ্যে মন্দিৰৰ প্ৰাৰ্থনা আৰম্ভ হৈছে। ভজনৰ ৰিণিকি ৰিণিকি সুৰ নিবেদিতাৰ কোঠাটোত সোমাইছেহি। তাই বিচনাতে বহি হাতযোৰ কৰি সেৱা এটা জনাই আকৌ কিতাপখন লৈ বিচনাত বাগৰি দিলে। এফালৰ পৰা পঢ়ি যাম বুলি প্ৰথম গল্পটোতে তাই মনোনিবেশ কৰিলে। লাহে লাহে তাই যেন কোনোবা এখন জগতলৈ ঢাপলি মেলিলে। প্ৰাৰ্থনাৰ শব্দবিলাকো তাই নুশুনা হ'ল। আৰম্ভণিৰ আকৰ্ষণীয়তাই তাইক গল্পটোৰ মাজত সুমুৱাই ল'লে। তাই নিমগ্ন হ'ল নিজৰ ব্যল্যকাল প্ৰতিফলিত হোৱা যেন লগা গল্পটোৰ মাজত।

নীলা আকাশখনত মাজে মাজে দুই-এচপৰা কঁহুৱা কোমল ডাৱৰ উৰি ফুৰিছে। এটা সুন্দৰ ফৰকাল বতৰ। মুকলি আকাশখনত কেইটামান চিলনী ডেউকা নমৰাকৈ চিলাখনৰ দৰে উৰি আছে। তাৰে মাজে মাজে দুই এটাই ছোঁ মাৰি তললৈ নামি আহি আকৌ ওপৰলৈ উৰি যায়। এছাটি শীতল বতাহে আহিনমহীয়া আমেজবোৰ উৰাই আনি কুঁহিৰ মেলি থোৱা চুলিখিনি টৌৱাই গ'ল। নদীখনৰ কাষত থকা কাৰণেই সঘনে এই আমেজ পোৱা যায়। সৰলমনা কুঁহিয়ে একান্ত মনেৰে আকাশলৈ চাই থাকি মনে মনে ভাবিলে তায়ো যদি এটি চৰাই হৈ আকাশলৈ উৰা মাৰি ডাৱৰৰ মাজে মাজে খেলিব পাৰিলেহেতেঁন।

মাকে তাইক মৰমত দিয়া নাম 'কুঁহি'। মাক-দেউতাকৰ দুটিপাতৰ মাজত তাই যেন এপাত কুঁহিপাত হৈ সদায় আশ্ৰিত হৈ থাকিব। ছোৱালীবিলাক শৈশৱকালত মৰম আকলুৱা হৈ থাকি ভাল পায় আৰু গাভৰু নোহোৱালৈকে ছাঁৰ দৰে মাকৰ লগত লাগি থাকিব খোজে। গল্পটো পঢ়ি থাকোতে নিবেদিতাই ভাবিলে তাইৰো সৰু কালটো কিমান সুমধুৰ আছিল। মাকৰ গাৰ আমেজভৰা গোন্ধটো আৰু লাজ লাজকৈ দেউতাকৰ কোলাত আশ্ৰয় লোৱা দিনবিলাক ঘূৰাই পাবলৈ তাই ব্যাকুল হৈ পৰিছে। হাঁহিলে গালত ডিম্পল, চুলিৰ পনি-টেইল, ফুটফুটীয়া হাত চুটি ফ্ৰক আৰু জোতা-মোজাৰে এটি পখিলাৰ দৰে উৰি ফুৰা সেই ল'ৰালি কালৰ ছবিখন তাইৰ চকুৰ আগত ভাহি উঠিল। আকৌ তাইৰ ঘড়ীটোলৈ খং উঠিল। সময়বিলাক কেনেকৈ নদীৰ সোঁতৰ দৰে অহৰহ বৈ গৈছে? যিমানে সময় পাৰ হৈছে সিমানে আধুনিকতাৰ নামত মানুহৰ যেন ব্যভিচাৰ চলিছে। ৰক্ষণশীল সমাজখনত কিন্তু নীতি-নিয়মত বান্ধ খাই থাকি মানুহে পাহৰি পেলাইছে যে স্বাধীনভাৱে জন্মলাভ কৰা তেওঁ হিংসা-দ্বেষ, লোভ-মোহ, আত্মসাৎ, সম্পত্তি গ্ৰাস আদি মনোবৃত্তি লৈ অশান্তিত জৰ্জৰিত হৈ ইহ সংসাৰ ত্যাগ কৰিবলগীয়া হৈছে। ঘড়ীটোৱে সেই উপভোক্তাসকলক অধিক সময় দান নকৰে।

অতীতৰ স্মৃতি আৰু বৰ্তমানৰ অযথা মেৰপাকৰ মাজত মনটো স্থবিৰ হৈ থকা সময়তে হঠাতে ওচৰৰ ক'ৰবাত দুটামান গুৰুম্ গুৰুম্ শব্দ হোৱাত নিবেদিতাই চক্ খাই বিছনাত উঠি বহিল। এই শব্দবোৰত তাই অতি শংকিত হৈ পৰে। কোনোবাই যেন তাইলৈ বন্দুক টোঁৱাই খেদি আহিছে। শব্দটো দুবাৰমানতে বন্ধ হোৱাত তাই ভাবিলে হয়তো ক'ৰবাত আততায়ীয়ে হেণ্ড গ্ৰেণেড ফুটাই নিমাখিতজনৰ ছটফটনিৰ ৰং চাইছে। আক্ৰান্তজনৰ মৃতদেহ অথবা তেজেৰে লুতুৰি-পুতুৰি হোৱা লোক দুজনমানক জীয়াই ৰখাৰ প্ৰচেষ্টাৰে

কোনোবাই আনি হাস্পতালৰ 'ইমাৰ্জেন্সী'ত পেলাই থৈ যাবহি। নিবেদিতা পুনৰ বিছনাখনত বাগৰ দি পাতল বগা কাপোৰখন গালৈ টানি ল'লে। এই প্ৰচণ্ড শব্দবিলাকে তাইৰ মূৰ গৰম কৰে। তাই সহ্য কৰিব নোৱাৰে সেই শব্দৰ কঁপনি। এনে শব্দবিলাকত যেন এক অত্যাচাৰৰ কাহিনী জড়িত হৈ থাকে। চকু দুটা মুদাৰ লগে লগে আকৌ নিবেদিতাৰ শৈশৱকালৰ নাভাবো বুলি ভাবি থকা ছবিখনে মনত ভুমুকি মাৰিলেহি।

সেই অবোধ ল'ৰাটোৰ মুখখন তাইৰ মনলৈ আহিল। ভয়ত আৰ্তনাদ কৰা সেই ল'ৰাটোৰ পানীৰে উপচি পৰা চকুৰ অপলক দৃষ্টিৰ তাহানিৰ সেই দিঠকৰ ছবিখন তাই পাহৰিব পৰা নাই। মুখমণ্ডলত ভীষণ সন্ত্ৰাসৰ ভাব। সি যেন এখন অত্যাচাৰী সমাজৰ এক নিৰ্বোধ প্ৰতিভূ। তাৰ দেউতাক কোনোবা চৌধুৰী বোলা মানুহজনে পাহাৰটোৰ নামনিত সৰুকৈ এখন সংসাৰ গঢ়িছিল। চৰাই-চিৰিকটিয়েও নিজৰ আশ্ৰয়ৰ কাৰণে একোটা বাহ সাজি লয়। তাৰ কাৰণে ধৈৰ্যৰে এডাল এডালকৈ কুটা কঢ়িয়াই অসীম কষ্টৰে গছৰ ডালত এটা বাহ সাজে। পেটে-ভাতে খোৱা চৌধুৰীয়েও পাহাৰৰ নামনিত সৰু পৰিয়ালটোৰ আশ্ৰয়ৰ কাৰণে এটা সৰু ঘৰ সাজি লোৱাটোও আছিল এটা গতানুগতিক কথা। এসময়ত চৌধুৰী উপাধিৰ পৰিয়ালবোৰ বোলে আছিল অজস্ৰ মাটিৰ মালিক-জমিদাৰ পৰিয়াল। কালক্ৰমত সেই আভিজাত্য লোপ পাবলৈ ধৰিলে। চৌধুৰী পৰিয়ালৰ লোকেও মাটিৰ কাৰণে হাহাকাৰ কৰিবলগীয়া হ'ল। তেনে এটা পৰিস্থিতিতে সেই ল'ৰাজনৰ দেউতাকে কাৰোবাৰ পৰা চৰকাৰী মাটিৰ দখলীস্বত্ব কিনি সেই ঠাইত ঘৰটো সাজিছিল। মানবীয়তাৰ দিশৰ পৰা ই অপৰাধ নহয় যদিও সমাজৰ দৃষ্টিত তেওঁলোক আছিল বেদখলকাৰী। চৌধুৰীহঁতৰ পৰিয়ালৰ দৰে মানুহবোৰৰ সৰু সৰু ঘৰবোৰে অঞ্চলটোৰ সৌন্দৰ্য হানি কৰা বুলি অভিযোগ উত্থাপন হ'বলৈ বেছি সময়ৰ প্ৰয়োজন নহ'ল। ৰাইজে সভা পাতি এই ঘৰবিলাক উচ্ছেদ কৰাৰ প্ৰস্তাৱ লোৱাৰ পিছতে পৌৰ নিগম হাতে-কামে লাগি গ'ল। সাপে চৰাই বাহত কণী খাবলৈ আহিলে দুৰ্বল চৰাইজনীয়ে আতুৰত চিঞৰ-বাখৰ কৰে। ধ্বংস হ'বলগীয়া ঘৰবোৰৰ পৰিয়ালসমূহো চৰাইৰ দৰেই চিঞৰ-বাখৰ কৰি উচ্ছেদ কাৰ্যত বাধা দিবলৈ চেষ্টা কৰিলে। শক্তিশালী অস্ত্ৰধাৰী নিগমৰ পুলিচ বাহিনীয়ে ৰুদ্ৰমূৰ্তি ধাৰণ কৰিলে। অৱশেষত সেই কৰুণ পৰিণতি। পুলিচৰ গুলীত এজন নিহত আৰু কেবাজনো গুৰুতৰভাৱে আঘাতপ্ৰাপ্ত হৈ তেজেৰে লুতুৰি-পুতুৰি হ'ল। চৰাইজনীৰ চকুৰ আগতে যেন সাপডালে গ্ৰইৰ কণীবোৰ টপাটপে গিলি

পেলালে। তাৰ পিছৰ ছবিখন মনলৈ অহাৰ লগে লগে নিবেদিতাৰ উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম হ'ল। প্ৰাণৰ ভয়ত প্ৰাণটাকি দৌৰি আহি সিহঁতৰ ঘৰত আশ্ৰয় লোৱা সেই কিশোৰজনৰ ছবিখন তাইৰ মনত ভাঁহি উঠিল। নিবেদিতাহঁতৰ দৰে মাত্ৰ কেইটামান পৰিয়াল সিহঁতক সহায় কৰিবলৈ আগবাঢ়ি আহিল।

নিবেদিতাৰ তেতিয়াৰ নাম পাহি। মাক-দেউতাকৰ লগতে কণমানি পাহিয়েও বেচৰকাৰী আশ্ৰয় শিবিৰত সামৰ্থ্য অনুযায়ী সহায়ৰ হাত আগবঢ়ালে। নিবেদিতাৰ স্পষ্ট মনত আছে তাই সেই শিবিৰত সেই আতুৰ ল'ৰাজনক পানী খুৱাই থকা এখন ফটো বাতৰি কাগজ এখনৰ প্ৰথম পৃষ্ঠাত প্ৰকাশ পাইছিল। সেই এদিনৰ ঘটনাই পাহিৰ জীৱনলৈ আনিলে আমূল পৰিৱৰ্তন। তেতিয়াৰে পৰাই কোনো গুৰুম গুৰুমকৈ ডাঙৰ শব্দ শুনিলে তাই চক খায় আৰু মনলৈ এনে ভাব আহে যেন কোনোবাই তাইক গুলীয়াবলৈ হাতত বন্দুক লৈ খেদি ফুৰিছে। সেই ঘটনাটোৰ পৰা, ল'ৰাজনৰ আতুৰ মুখখন, মৃতজনৰ জথৰ দেহা আৰু চোতালত বৰষুণৰ পানী জমা হোৱাৰ দৰে তেজৰ দ'ম দেখি তাইৰ কোমল মনটো অতিকৈ প্ৰভাৱান্বিত হ'ল। ভয়-বিহ্বল সকলো নেওচি তাই যেন ঘৰত, স্কুলত সকলোতে বিদ্ৰোহ কৰি বঞ্চিতজনৰ অধিকাৰ সাব্যস্ত কৰিব। দিন বাগৰি গৈ গাভৰু হোৱাত পৰিপক্ক মনেৰে তাই সংকল্প গ্ৰহণ কৰিলে যে জনসেৱাই তাইৰ জীৱনৰ ব্ৰত হ'ব। আনুষ্ঠানিক শিক্ষা-দীক্ষা, ধন-সম্পত্তি মানুহৰ আক্ৰোশ আৰু দম্ভৰ প্ৰতীক বুলি তাই গণ্য কৰিবলৈ ল'লে। সেই ভাবৰাজিৰ দ্বাৰা প্ৰভাৱান্বিত হৈ উচ্চ মাধ্যমিক পৰ্যায়ৰ শিক্ষা সাং কৰি মাক-দেউতাকৰ অলেখ কাকুতি-মিনতিও আওকাণ কৰি তাই জনসেৱাৰ উদ্দেশ্যে নাৰ্ছিং ট্ৰেইনিঙত যোগদান কৰিলে।

মাতৃভূমি অসমখন একেবাৰে এৰি আহি দেশৰ ভিতৰত প্ৰসিদ্ধ এই চিকিৎসালয়খনত নাৰ্ছ হিচাপে যোগদান কৰাৰ এবছৰৰ পিছতে তাইৰ মাকে ইহ সংসাৰ ত্যাগ কৰাৰ সময়ত তাই ঘৰলৈ যাব নোৱাৰিলে। কেইজনমান দুৰাৰোগ্য ৰোগীৰ লগত লাগি থাকিবলগীয়া হ'ল। উদাসীন দেউতাকে গৃহ ত্যাগ কৰি তীৰ্থ গমন কৰা সময়তো তাই চিকিৎসালয় এৰি যাব নোৱাৰিলে। তাইৰ এই ত্যাগৰ কথাবিলাক লাহে লাহে সহকৰ্মীসকলৰ মুখে মুখে প্ৰচাৰ হ'বলৈ ধৰিলে। হাস্পতাল কৰ্তৃপক্ষ আৰু ডাক্তৰসকলে তাইৰ একাগ্ৰতাৰ শলাগ ল'লে। ৰোগীবিলাকে তাইক বুকুৰ কুটুম বুলি ভাবিবলৈ ল'লে। চৰকাৰে তাইক 'ফ্লৰেন্স নাইটিংগেল' পুৰস্কাৰেৰে পুৰস্কৃত কৰিলে। অথচ আজি তাইৰ পৰিচৰ্যা

অবিহনেও এই হাস্পাতালখন চলিয়েই আছে। সেই দুৰাৰোগ্য ৰোগীবিলাকৰ যন্ত্ৰণা কিমান তাক নিজ দেহত উপলব্ধি কৰিবলৈকে যেন ভগৱানে তাইক ৰোগী কৰিছে। এইদৰে ভবাৰ লগে লগে নিবেদিতাৰ মনলৈ সাহসৰ ভাব এটা আহিল। তাই পঢ়ি থকা গল্প কিতাপখন পুনৰ চকুৰ আগত তুলি ল'লে কুঁহি বোলা ছোৱালীজনীৰ বিষয়ে বাকী থকা কথাখিনি জানিবৰ বাবে।

দুৱাৰত দুটামান টোকৰ পৰা নিবেদিতাৰ কাণত পৰিল। ৰাতিৰ আহাৰ দিবলৈ এতিয়াও আধাঘণ্টামান আছে। পঢ়ি থকা পৃষ্ঠাটোৰ নম্বৰটো মনত ৰাখি কিতাপখন জপাই কাষৰ সৰু টেবুলখনত থৈ তাই 'কাম ইন' বুলি কোৱা সৰু শব্দটো কণ্ঠৰ পৰা নিগৰি ওলাল। ডাঃ দেশাই আৰু পিছে পিছে এজন লোক সোমাই আহিল। কাষত থকা চকী দুখনত দুয়োজনে আসন গ্ৰহণ কৰিলে। নিবেদিতাৰ কথাটো বৰ স্বাভাৱিক যেন নালাগিল, কাৰণ সাধাৰণতে ডাঃ দেশাই আহিলে তাইৰ বিছনাৰ কাষত থিয় হৈ তাইৰ পাল্‌ছ চাই, কপালত হাত দি সান্ত্বনাৰ বাণী শুনাই উভতি যায়। আজি তাৰ ব্যতিক্ৰম ঘটিল। দেশায়ে অচিনাকি ভদ্ৰলোকজনক চিনাকি কৰি দিলে-- 'ছিষ্টাৰ নিবেদিতা, এয়া আমাৰ হাস্পতাললৈ নতুন ডাক্তৰ আহিছে, কেন্সাৰ স্পেচিয়েলিষ্ট। বিদেশত বেছ সুনাম অৰ্জন কৰিছিল। কিন্তু ভদ্ৰলোকৰ বোলে দেশৰ মাটিৰ মোহহে বেছি। এতিয়াৰ পৰা তুমি এওঁৰ তত্ত্বাৱধানত থাকিবা।' নিবেদিতাই কথাটোত বিশেষ গুৰুত্ব নিদিলে—হাস্পাতাললৈ ডাক্তৰ বিলাকতো অহা-যোৱা কৰি থাকেই। ভগৱানে জীৱনৰ অৱসান ঘটাওঁ বুলি ভাবিলে ডাক্তৰে ৰাখিব নোৱাৰে। হয়তো চিকিৎসাৰ দ্বাৰা জীৱন ৰেখাডাল অলপ দীঘল কৰিব পাৰে। এটা নিৰাশাৰ ভাবে নিবেদিতাৰ মনটো আবৰি ধৰিলে। গল্পটোৰ কুঁহিৰ মুখখনৰ এক কাল্পনিক চিত্ৰ বাৰে বাৰে তাইৰ মনলৈ আহিল। ডাঃ দেশায়ে নিবেদিতাৰ বিষয়ে বহুত কথাই নতুন ডাক্তৰজনক কৈ গ'ল। সেই সময়খিনিত নিবেদিতা নিৰ্বিকাৰ হৈ বিছনাত পৰি ৰ'ল। অৱশেষত ডাক্তৰ দেশাই যাবলৈ উঠিল—নিবেদিতাৰ লগত নতুন ডাক্তৰজনক থৈ।

কেন্সাৰ স্পেচিয়েলিষ্টজন নিবেদিতাৰ বিছনাৰ কাষলৈ আগবাঢ়ি আহিল। তেওঁ নিবেদিতাৰ হাতখন নিজৰ হাতৰ মুঠিৰ মাজত লৈ একান্ত মনেৰে নিবেদিতাৰ মুখলৈ চাই ৰ'ল। প্ৰথমতে নিবেদিতাই ভবিছিল—পাল্‌ছ চাবৰ কাৰণে হয়তো ডাক্তৰজনে তাইৰ হাতখন তুলি লৈছে। নিবেদিতাৰ দৃষ্টি ডাক্তৰজনৰ চকুত নিক্ষেপ হোৱাত তাই যেন উপলব্ধি কৰিলে এই চকুযোৰ তাইৰ অতি চিনাকি। লাজ লাজ ভাবত তাই মুখখন ঘূৰাই কথাটো ভালকৈ

হৃদযঙ্গম কৰিবলৈ চেষ্টা কৰিলে। এটা কাঁহ পৰি জীণ যোৱা নীৰৱতাই কোঠাটো যেন গ্ৰাস কৰি পেলালে। ডাক্তৰজনে যেন নিবেদিতাৰ মনৰ পাল্ছ চাই অস্থিৰ ভাববোৰ বুজি ল'ব বিচাৰিছে। লাহে লাহে ডাক্তৰজনে নিবেদিতাৰ হাতখন এৰি দি কোটৰ ভিতৰৰ বুক পকেটৰ পৰা এখন পুৰণি বাতৰি কাকত উলিযাই নিবেদিতালৈ আগবঢাই দিলে। বাতৰি কাকতখন দুয়োহাতে মেলি চকুৰ আগলৈ আনি তাই চক্ খাই উঠিল। প্ৰথম পৃষ্ঠাৰ সেইখন ফটো। তাইৰ ল'ৰালি কালৰ। এজনী কণমানি ফুট্ফুটীয়া ফ্ৰক পিন্ধা, পনি-টেইল বন্ধা ছোৱালীয়ে এজন যুবকৰ দুহাতত ঢালি দিছে এলোটা পানী। যুবকজনে দুযো হাত মুখত লগাই ছোৱালীজনীৰ চকুত চকু নিবদ্ধ কৰি উৎসাহেৰে পান কৰিছে সেই জলধাৰা। তলত সৰুকৈ লিখা আছে— 'এগৰাকী কিশোৰীৰ অনুকম্পাত আহ্লাদিত কিশোৰ।' ডাক্তৰ চৌধুৰীয়ে মৌনতা ভংগ কৰি মাত দিলে—'এই ফটোখনেই মোৰ জীৱনৰ প্ৰেৰণা স্বৰূপ।' ছিষ্টাৰ নিবেদিতাৰূপী পাহিৰ চকু দুটা জাপ খাই গ'ল। দুধাৰি ধৰি ৰাখিব নোৱৰা তপত চকুলো তাইৰ দুযোখন গালেৰে বাগৰি গ'ল। তাই ঘড়ীটোলৈ চালে আৰু মনতে ভাবিলে এতিযা বহুত দেৰি হৈ গ'ল। ডাঃ বিকাশ চৌধুৰীয়ে যেন তাইৰ মনৰ কথা বুজি পাই কৈ উঠিল—এতিযাও দেৰি হোৱা নাই—আৰোগ্যৰ দুৱাৰ খোলা আছে। বতাহে ক'লা মেঘ আঁতৰাই বতৰ ফৰকাল কৰিব পাৰে। এই কথাখিনিত নিবেদিতাই যেন হঠাতে এক পৰম শান্তিত জীৱনৰ সাৰ্থকতা ঘূৰাই পাইছে। ডাঃ চৌধুৰীয়ে নিজৰ ৰুমালখনেৰে নিবেদিতাৰ চকুলোৰ ধাৰা দুটা মচি দি আকৌ ক'লে আজিৰ পৰা তোমাৰ দাযিত্ব মোৰ ওপৰত।

নিবেদিতাৰ কঁপি থকা ওঁঠ দুটাত ক্ৰমান্বয়ে এটি মৃদু হাঁহি বিৰিঙি উঠিল। তাই বাতৰি কাকতখন নিজৰ বুকুত সাবটি ধৰিলে। নিবেদিতাই বুজি পালে প্ৰখ্যাত গল্প লেখক বিকাশ চৌধুৰী অন্য কোনো নহয। গল্পটোত নিবেদিতাই ল'ৰালিৰ পাহি হৈ কুঁহিৰ চৰিত্ৰৰ মাজত জিলিকি উঠিল। তাইৰ কাণত যেন নিষ্পেষিতজনৰ জযগান নূপুৰৰ ধ্বনি হৈ প্ৰতিধ্বনিত হ'ল আৰু তাতেই তাই জীৱনৰ সাৰ্থকতা বিচাৰি পালে। ❑

# অৰুণোদয়

পুৱাৰ মুকলি পৰিবেশটোৱে যেন দিনটোৰ এক ফৰকাল বতৰৰ আগজাননী দিছে। কুলকুলকৈ নদীখনৰ পানীবোৰ মাথোন বৈছে। যেন সময়বোৰহে অতীতৰপৰা ভৱিষ্যতলৈ বিৰামহীনভাৱে গতি কৰিছে। পাৰ হৈ আহিছে বস্তুত ইতিহাস আৰু বৈ থকা সোঁতবোৰে ৰচনা কৰিছে ভৱিষ্যতৰ নতুন সপোন। এই একেখন নদীৰ পাৰ কালি পুৱা জনসমুদ্ৰই মুখৰিত কৰি ৰাখিছিল। আবাল-বৃদ্ধ-বনিতা সকলো আহিছিল মেলাখনলৈ। জনতাৰ কোলাহলত চঞ্চল হৈ উঠিছিল এই বাকৰি। মানুহবোৰ মন্ত্ৰমুগ্ধৰ দৰে ইফালে-সিফালে ঘূৰিছিল। তাৰ মাজে মাজে কোনোবাই বেচিছিল পাঁচটকীয়া হৰেক মাল। অসমৰ সাপ্তাহিক হাট-বজাৰবিলাকত ক্ৰয়-বিক্ৰয় হোৱাৰ দৰে কাপোৰ-কানি, মাছ, মিঠাই আৰু মেলাবিলাকত ওলোৱা বেলুন, পেঁপা আদি বস্তুৰ বজাৰ বহিছিল। যদিও অশোকাষ্টমীৰ মহাবাহু ব্ৰহ্মপুত্ৰৰ পবিত্ৰ পানীত স্নান কৰাটোৱেই আছিল প্ৰধান উদ্দেশ্য, জনতাৰ আকৰ্ষণ কিন্তু সীমাবদ্ধ আছিল মেলাখনত। অধিকাংশ মানুহ গোট খাইছিল মেলা চাবলৈ, মানুহক লগ পাবলৈ আৰু ভীৰৰ মাজত ঠেলা-হেঁচা কৰি পোৱা সহজাত আনন্দ লাভ কৰিবলৈ। ৰাহুলৰ আজি অনুভৱ হ'ল যুগে যুগে ভাৰতবাসীৰ মাজত এইকণ সহজলভ্য আনন্দ আহৰণৰ ব্যৱস্থা হৈ আহিছে। এনে সমাগমত সৰু-বৰ, ধনী-দুখীয়াৰ কোনো ভিন্নতা নাই। মাত্ৰ চৌবিশ ঘণ্টাৰ বিৰতিত সেই কালিৰ কোলাহলমুখৰ ঠাইখন যেন আজি এক নিৰ্জান মৰুভূমিলৈ পৰিণত হৈছে। চাৰিওপিনে নিমাওমাও, আনকি মেলাত গোট খোৱা ভিক্ষাৰী এটাও থাকি যোৱা নাই। দুটামান ভতুৱা কুকুৰে বালি ডৰাত ইফালে-সিফালে দৌৰি আছে—তাত পৰি থকা খাদ্যবস্তুৰ অৱশিষ্টখিনি বিচাৰি। পুৱতি নিশা কোনোবা ধোবাই ধুই বালিৰ চাপৰিত মেলি থৈ যোৱা কাপোৰবোৰেই যেন নদীৰ পাৰত কালি সমবেত হোৱা মুখৰিত জনতাৰ এক প্ৰতিচ্ছবি বহন কৰি আছে। ইতিমধ্যে পুৱাৰ আকাশত নিশাৰ ওৰণি গুচাই বেলিটোৱে ভুমুকি মাৰিছেহি। তাৰে এছাটি ৰঙা ৰেঙণিয়ে ব্ৰহ্মপুত্ৰৰ বিশাল বুকুত যেন ৰংবোৰ ছটিয়াই দিছে।

গোটেই নিশা প্ৰায় উজাগৰে কটাই জীৱনত প্ৰথমবাৰৰ কাৰণে প্ৰাতঃভ্ৰমণলৈ অহা ৰাহুলৰ দেহাটো এছাটি মসৃণ মলয়াই টোৱাই থৈ গ'ল। এটা মৃদু শিহৰণ তাৰ মনত জাগি উঠিল। দূৰৰ নদীখনৰ বুকুত এটা ক্লান্ত নাৱৰীয়াৰ গীতৰ ৰিণিকি ৰিণিকি সুৰ ভাঁহি আহি তাৰ কাণত লাগিলহি। বঠামৰা টুলুঙা নাওখনত নদীৰ বুকুত অকলশৰীয়া নাৱৰীয়াটোৱে হয়তো গোটেই নিশা একক প্ৰচেষ্টাত জালত আবদ্ধ কৰা মাছকেইটা পাৰলৈ চপাইছে। তাৰ মূল্যৰেই সি পৰিয়ালৰ পোহপাল দি আহিছে। ইমান কষ্টৰ বিনিময়ত সি একো নোপোৱাকৈ থকা নাই। পাইছে সাংসাৰিক তৃপ্তি, যি তৃপ্তিয়ে যোগাইছে তাক জীয়াই থকাৰ প্ৰেৰণা। ৰাহুলৰ কাৰণে আজি পৃথিৱীখন সাজি-কাচি ওলাইছে। সি দেখিছে সূৰ্যত নতুন কিৰণ, পানীত নতুন জোৱাৰ, বতাহত নতুন মাদকতা আৰু পাইছে তাৰ চিন্তাধাৰাত এক আমেজ ভৰা আনন্দ। কিহৰ আনন্দ, কিহৰ তৃপ্তি সেই কথা তাৰ নিজৰেই বোধগম্য হোৱা নাই, হয়তো এয়া এক নতুন উপলব্ধি। ক্ৰমান্বয়ে তাৰ দৃষ্টি দিগন্তত স্থিৰ হ'ল। বগলীৰ জাক এটা ধেনুভিৰীয়াকৈ শাৰি পাতি উৰি গ'ল—কোনোবা প্ৰান্তৰলৈ। ডেউকাৰ ভাজে ভাজে সিহঁতি থৈ গ'ল এক অনাবিল আনন্দ।

এক উগুল-থুগুল মনেৰে যোৱা ৰাতিটো সি উজাগৰে কটালে। তাৰ জীৱনৰ এক অধ্যায়ৰ যেন আজি পুৱা যৱনিকা পৰিল। ক'ত কি হৈ গ'ল সি নিজেই উমান কৰিব পৰা নাই। উজাগৰে ৰাতি কটোৱাটোত যে আনন্দ নিহিত হৈ থাকে সেই কথা অগতে কেতিয়াও তাৰ বোধগম্য হোৱা নাই। বৰঞ্চ উজাগৰী ৰাতিটো অজানিতভাৱেই অন্ত পৰাত সি আশ্বস্ত হৈছে। এই ৰাতি আছিল মধুৰ আমেজ ভৰা, সপোন সপোন লগা কিছুমান স্মৃতিৰ ৰূপালী ৰেখা। তাৰেই পৰিণতিত আজি পোহৰ হোৱাৰ লগে লগে সি এক নতুন দিনৰ মাদকতা বিচাৰি নদীৰ কাষ পালেহি।

যোৱা তিনি দিনৰ অভিজ্ঞতাই তাৰ জীৱনলৈ আনিব বিচাৰিছে এক আমূল পৰিৱৰ্তন। এক নতুন উপলব্ধিৰে সি কথাবিলাক পুনৰ চিন্তা কৰিছে বাস্তৱ দৃষ্টিকোণেৰে। এগৰাকী খন্তেকীয়া আলহীৰ আগমনে এজন মানুহৰ ওপৰত ইমান প্ৰভাৱ পেলাব পাৰে বুলি তাৰ কোনো ধাৰণা নাছিল। প্ৰগল্‌ভা ছোৱালীজনীৰ মাত-কথাবোৰ তাৰ যেন দুকাণত সঙ্গীতৰ দৰে বাজি আছে। মাজে মাজে তাইৰ কাণ্ড-কাৰখানাত সি বিৰক্তি ভাব প্ৰকাশ কৰিছিল যদিও তাৰ মাজতো যেন কিবা এটা ভাল লগা নিহিত হৈ আছিল। এতিয়া ৰাহুলে বিচৰা নাই সেই মাত-কথাবোৰ তাৰ মনৰপৰা আঁতৰাই দিবলৈ।

লিজা এগুৰাকচন কালি আবেলিৰ ফ্লাইটত বাগডোগ্রালৈ গ'ল। যোৱা তিনিটা দিনৰ তাইৰ উপস্থিতিয়ে চহৰৰ সুপ্রতিষ্ঠিত ব্যৱসায়ী ৰিতুল দত্তৰ সৰু সংসাৰখন আনন্দেৰে মুখৰিত কৰি গ'ল। ৰিতুল, নম্রতা আৰু সিহঁতৰ দুই পুত্র অসীম আৰু প্রিয়ানুজেও কল্পনা কৰিব পৰা নাছিল যে এই কেইদিনতে বিদেশী ছোৱালীজনীয়ে সিহঁতক ইমান আপোন কৰি পেলাব পাৰিব। এক আচহুৱা পৰিবেশত তাই ইমান সোনকালে মিলি যাব পাৰিব বুলি ৰাহুলেও ভবা নাছিল। সি অৱশ্যে লিজাৰ বিষয়ে জানিবলৈ ইমান ওচৰৰপৰা তাইক পোৱা নাছিল।

ৰাহুলৰ কাৰণে ককায়েক-বৌৱেকৰ সদায় একেটা চিন্তা, সি ইমান বছৰ অসমলৈ অহা নাই। লণ্ডন, জেনিভা মিলি প্রায় পোন্ধৰ বছৰ বিদেশত আছেগৈ। প্রথমবাৰ দুবছৰ পিছত আৰু দ্বিতীয়বাৰ তাৰ তিনি বছৰ মূৰত দেউতাক ঢুকুৱাৰ বাতৰি পাইহে অসমলৈ আহিছিল। এইবাৰ সি প্রায় দহ বছৰৰ বিৰতিত অসমলৈ আহিছে। সদায় কামৰ ব্যস্ততা দেখুৱাই সি ঘৰলৈ অহাৰপৰা বিৰত হৈ আছিল যদিও প্রকৃততে সেইটো যে এটা অজুহাতহে সেই কথা ৰিতুল আৰু নম্রতাই বাৰুকৈয়ে বুজিছিল। অসীম আৰু প্রিয়ানুজে মাতিলে সি আহিম আহিম বুলি সিহঁতক আশা দি আছিল। নম্রতাই অভিভাৱকসুলভ দায়িত্বৰে ৰাহুলৰ বিয়াখনৰ আয়োজন কৰাৰ কাৰণে, এজনী ধুনীয়া ছোৱালী পছন্দ কৰাৰ কাৰণে তাৰ সন্মতি বিচাৰি আছিল। কিন্তু আজি প্রায় দুবছৰমানৰপৰা তাই টেলিফোন, চিঠিপত্রত সেইবোৰ কথা উলিওৱা নাই। নম্রতা এই কথাত পতিয়ন গৈছিল যে বিয়াবাৰুৰ কথা বাৰে বাৰে কোৱাৰ কাৰণেহে হয়তো সি ঘৰলৈ অহা নাছিল। স্বামী ৰিতুলৰ পৰা তাই ৰাহুলৰ সৰু কালৰ কথাবিলাক শুনিছে। পঢ়া-শুনাত অধিক সময় ব্যস্ত থকা ৰাহুলে ছোৱালীৰ সঙ্গ সৰুৰেপৰাই ত্যাগ কৰি চলিছিল। কোনো কোনো ঘটনাই হয়তো তাৰ মনটোত সাংসাৰিক জীৱনৰ প্রতি বিতৃষ্ণা জন্মাইছিল। তাৰ এক প্রধান কাৰণ হয়তো সিহঁতৰ কাষৰ ঘৰত থকা নৱবিবাহিত শইকীয়া-শইকীয়ানীৰ দ্বন্দ্ব-খৰিয়াল, মাৰপিট আদিয়ে তাৰ কোমল মনটোত এটা সুদূৰপ্রসাৰী প্রভাৱ পেলাইছিল। দেউতাক প্রতুল দত্তই শিক্ষকতা কৰিলেও জ্যোতিষ বিদ্যাত জ্ঞান থকাত বহুতো ডেকা-গাভৰুৰ সৌৱৰণী চাই যুটি বন্ধাই দিছিল। নিজৰ বৰপুত্রৰ ক্ষেত্রত সেই কামত সফল হ'লেও সৰু পুতেকক বলাব পৰা নাছিল। বিয়াৰ কথা ক'লেই সি টেলিফোন, চিঠিৰ যোগাযোগ কেইদিনমানলৈ বন্ধ কৰি দিছিল। তেনে এক পৰিস্থিতিত মৃত্যুৰ সময়লৈকে দেউতাকে ভাবি গ'ল যে সি হয়তো বিদেশত কিবা এটা বান্ধ খাইছে। আগৰ দুখৰ লগতে এইটো পৰাজয়ৰ গ্লানি লৈয়েই দেউতাকে ইহসংসাৰ ত্যাগ

কৰিলে। তেতিয়া এবাৰ ৰাহুল অসমলৈ আহিছিল। ধৰ্মৰ নীতি-নিয়ম মানি সি মৃতকৰ আত্মাৰ সন্তুষ্টিৰ কাৰণে আৰু সমাজে নিয়ম বান্ধি দিয়াৰ দৰে বিনা বাক্যে কৰিবলগীয়াখিনি কৰিছিল। ব্ৰহ্মপুত্ৰৰ প্ৰবল গৰাখহনীয়াত ডিব্ৰুগড়ৰ ৰহমৰীয়াৰ ঘৰ-দুৱাৰ, মাটি-বাৰী প্ৰকৃতিৰ কোলাত জাহ যোৱাত গুৱাহাটীত আহি থিতাপি ল'বলগীয়া হোৱাত প্ৰতুল দত্তৰ যেন দৈহিক মৃত্যুৰ আগতেই মানসিক মৃত্যু ঘটিছিল।

পঁচিশ বছৰ বয়সতে ৰাহুল বিদেশলৈ গৈছিল— অক্সফৰ্ড বিশ্ববিদ্যালযত ডক্টৰেট কৰিবলৈ। জীৱনৰ তেইশটা বসন্ত গৰকা অবস্থাতেই দিল্লী বিশ্ববিদ্যালয়ৰপৰা সি ভূতত্ত্ববিদ্যাত স্নাতকোত্তৰ পৰীক্ষাত সফলতাৰে উত্তীৰ্ণ হৈ দুবছৰ দিল্লীৰ ইটো-সিটো পদত যোগ দি পঁচিশ বছৰ বয়সত বিদেশলৈ গ'ল। তাতকৈ সাত বছৰ ডাঙৰ ককায়েক ৰিতুল আৰু বৌৱেক নম্ৰতাই আশা কৰিছিল তিনি বছৰৰ পিছত ডক্টৰেট হৈ সি উভতি আহিব। কিন্তু ৰাহুলে তাৰ জীৱনটো নিজৰ পছন্দমতে সজাই-পৰাই ল'লে আৰু তিনি বছৰৰ অন্তত সময় মতে ডক্টৰেট হৈ জেনিভা বিশ্ববিদ্যালযতহে ভূতত্ত্ব বিভাগত সহকাৰী অধ্যাপক পদত যোগদান কৰিলে। ইতিমধ্যে অসীম আৰু প্ৰিয়ানুজ ডেকা হৈ আহিছে। এতিয়া সিহঁতৰ খুৰাকৰ স্মৃতি দেখি অহা ফটোকেইখন আৰু টেলিফোনত মাজে মাজে ভাঁহি অহা মাতটোতে সীমাবদ্ধ হৈছেহি। যিদিনা সিহঁতে জানিলে যে ইমান বছৰৰ অন্তত খুৰাক অসমলৈ আহিব সিহঁতৰ অন্তৰ আনন্দত সাতখন-আঠখন হ'বলৈ ধৰিলে। প্ৰথম খবৰটো আহিল 'ই মেইল'ত। বিশ্ববিদ্যালয়ৰপৰাই ৰাহুলে খবৰটো জনাইছে—যাত্ৰাৰ কথাটো চূড়ান্ত হোৱাৰ লগে লগে। তাৰ পিছত টেলিফোনত বিতং খবৰ দিলে। জেনিভা বিশ্ববিদ্যালয়ৰ ভূতত্ত্ব বিভাগৰ অধ্যাপক ৰাহুল দত্তৰ নেতৃত্বত ৰাষ্ট্ৰসংঘৰ 'ইণ্টাৰনেচনেল ষ্ট্ৰেট-ই-জী ফৰ ডিজেষ্টাৰ ৰিদাক্‌শ্বনছ' নামৰ বিশ্ব সন্থাটোৱে হিমালযৰ পাদদেশৰ ভূঁইকঁপৰ সংবেদনশীল দেশকেইখনত এটা সমীক্ষাৰ কাৰণে বিশেষজ্ঞ দল এটা পঠিয়াবলৈ ঠিক কৰিছে। গতিকে ভাৰতৰ কাশ্মীৰৰপৰা অসমলৈ, নেপাল আৰু বাংলাদেশত ইয়াৰ কাম-কাজ হ'ব। তেতিয়াই সুযোগ বুজি দহ দিনমানৰ কাৰণে ৰাহুল ঘৰলৈ অহাৰ আয়োজন চলিছে। এই বাতৰিয়ে ৰিতুল দত্তৰ পৰিয়ালটোত এক আনন্দৰ খলকনি তুলিছে। ৰাহুলক ইমান বছৰৰ মূৰত আদৰিবলৈ প্ৰত্যেকজন নিজ নিজ কল্পনাৰে ব্যস্ত হৈ পৰিল। বাতৰিটো অহাৰপৰা কেইদিনমান ৰিতুলৰ ব্যৱসায়ৰ কাম-কাজ, অসীম, প্ৰিয়ানুজৰ পঢ়া-শুনা, নম্ৰতাৰ মহিলা সমিতিৰ কাম গৌণ হৈ পৰিল। ঘৰৰ বেৰত নতুন ৰং লাগিল। গেষ্ট

কমল দা সলনি হ'ল। চুলনিখন আৰু চাফচিকুণ হ'ল। গেৰেজত পৰি থকা দ্বিতীয় গাড়ীখনৰ ঠাইত এখন নতুন গাড়ী আহিল। অৱশেষত বস্তুত অপেক্ষাৰ অন্তত ৰাহুল আহিল। সি উপহাৰেৰে ভৰাই অনা বাকচটোৱে যথেষ্ট মৰ্যাদা পালে। বিতুল আৰু নম্ৰতাই লক্ষ্য কৰিলে যে অলপ মেদ বঢ়াৰ বাহিৰে ৰাহুলৰ অন্য পৰিবৰ্তন হোৱা নাই। অল্পভাষী ৰাহুল প্ৰায় আগৰদৰেই গহীন-গম্ভীৰ। কিতাপ-পত্ৰকে সি এতিয়াও মূল লগৰী কৰি ৰাখিছে। তাৰ মাজতে অহাৰ প্ৰথম দিনাই ৰাহুলে বৌৱেকক ক'লে, 'আগতে মানুহে মোৰ ঘৰ-সংসাৰ নাই বুলি জানি সংসাৰ পতাত দেৰি নকৰিবলৈ পৰামৰ্শ দিছিল। প্ৰায় একেখিনি মানুহেই এতিয়া মোক সোধে মই কিয় চিৰজীৱন অবিবাহিত হৈ থাকিব বিচাৰিলো।' 'তাৰ মানে মোৰ বিয়াৰ বয়স পাৰ হৈ গ'ল' বুলি কৈ সি এটা অন্তৰ খোলা হাঁহি মাৰিলে। যেন বিয়াৰ প্ৰতি তাৰ বিতৃষ্ণা এতিয়াও মাৰ যোৱা নাই। কথাখিনিয়ে নম্ৰতাক নিৰাশ কৰিলে। কিন্তু সি আঁকোৰগোজ হৈ থাকিলে একো কৰাৰ উপায় নাই। ৰাহুল সঁচাকৈয়ে অবিবাহিত নেকি অৱশ্যে এনে প্ৰশ্ন নম্ৰতাৰ মনৰ কোনোবা এটা কোণত সোমাই থাকিল। বিতুলে ভায়েকৰ সেইটো বিষয়ত ইতিমধ্যে পিঠি দিছে। বিতুলৰ মতে ভায়েকে যদি অকলেই থাকি জীৱনটোত সুখী হৈ থাকিব পাৰে তাত কোনো আপত্তিৰ স্থল নাই। বাস্তৱৰ লগত যুক্তি প্ৰতিষ্ঠা লাভ কৰা বিতুলে বাস্তৱ দৃষ্টিভঙ্গীৰে কথাবিলাক চিন্তা কৰে। অসীম আৰু প্ৰিয়ানুজ প্ৰায় অধিকাংশ সময় ৰাহুলৰ লগত ব্যস্ত হৈ থাকিল। বিদেশৰ কথাবিলাক অনৰ্গল তাক সুধি গ'ল। ৰাহুলে বহুত সানি কথাবিলাকৰ বৰ্ণনা দিছে। সিহঁতি ৰাহুলক ইঘৰ সিঘৰ সম্পৰ্কীয় মানুহৰ ঘৰলৈ ফুৰাবলৈ নিছে। ৰাহুলৰ আগৰ চিক-চাক ভাবটো আঁতৰ হোৱা নাই। কিছু বিদেশী আদব-কাইদা সি ইয়াতো বজাই ৰাখিছে। চিনেমা হল বা অধিক মানুহ জমা হোৱা 'বুক ফেয়াৰ' আদিলৈ সি যাবলৈ মন কৰা নাই। ভাৰতলৈ অহাৰ আগতে সি প্ৰতিষেধক বেজী-টেজী লৈ আহিছে যদিও এইকেইটা দিন বেমাৰ-আজাৰ নহ'বলৈ ল'বলগীয়া সকলো ব্যৱস্থাই লৈছে। বিশেষকৈ খোৱা পানী আৰু মহ-মাখিৰ কাৰণে সি বিশেষ সাৱধানতা অৱলম্বন কৰিছে।

তেনে সাৱধানতা অৱলম্বনত কোনেও তাক বাধা দিয়া নাই। অসীম এতিয়া বয়সত ডাঙৰ হৈছে। তাৰ নিজৰ বিচাৰ-বুদ্ধি হৈছে। সেয়েহে ৰাহুলে লোৱা ব্যৱস্থাৱলীত ভাৰতীয় পৰম্পৰা যাতে হেয় কৰা নহয় সেইটোহে সি কামনা কৰি আছে। বিতুল, নম্ৰতাই ভাবিছে ইমান বছৰ বিদেশত থকাত সি

ভাৰতৰ মুকলিমূৰীয়া পৰিবেশত হঠাতে মিলি যোৱা সম্ভৱ নহয়। গতিকে যি সাৱধানতা অৱলম্বন কৰিব খুজিছে কৰক।

বিশেষজ্ঞ দলটোত এজন সহকাৰী অধ্যাপক আৰু দুজনী গৱেষণাৰত ছাত্ৰীও অহাৰ কথা। তেওঁলোক দিল্লীত এৰাতি থাকিযেই অসমলৈ আহি উত্তৰ-পূৰ্বাঞ্চলৰপৰা কাম আৰম্ভ কৰিব। গুৱাহাটীত কেইজনমান ভদ্ৰলোকৰ ঘৰে ঘৰে তেওঁলোক আলহী হৈ থকাৰ বন্দৱস্ত 'ট্ৰেভেল এজেণ্ট'ৰ যোগেদি কৰা হৈছে। কথাটো জানিব পাৰি ৰিতুলে দলটোৰ কোনো এজনক নিজৰ ঘৰত আলহী ৰখাৰ ইচ্ছা প্ৰকাশ কৰিলে। প্ৰথমে ৰাহুলে সেই কথাত সম্পূৰ্ণ সহমত প্ৰকাশ কৰা নাছিল যদিও দলত অহা এগৰাকী ছাত্ৰীৰ অনুমতি পোৱাত আপত্তি নকৰিলে।

লিজা, লিজা এণ্ডাৰচন জেনিভা বিশ্ববিদ্যালযৰ ভূতত্ত্ব বিভাগৰ এগৰাকী গৱেষণাৰত ছাত্ৰী। তেওঁ ৰিতুল দত্তৰ ঘৰত তিনিদিন থাকিব। চেমুৱেল নামৰ সহকাৰী অধ্যাপকজন বাতৰি কাকত প্ৰকাশৰ জৰিয়তে স্বনামধন্য হোৱা এজন ব্যক্তিৰ ঘৰত আৰু আনগৰাকী ছাত্ৰী মেৰী এজন প্ৰশাসনিক বিষয়াৰ ঘৰত থকাৰ বন্দৱস্ত হ'ল। এইবাৰ ৰাহুল ব্যস্ত হৈ পৰিল বিদেশী ছোৱালীজনীক নিজৰ ঘৰত ৰখাৰ সুবিধাখিনি কৰি দিয়াত। ইতিমধ্যে অসমৰ কোনো কোনো স্থানত মেলেৰীয়া হোৱাৰ বাতৰি পাই সি বেছি সচেতন হৈছে। মহ-দাহ বিনাশ কৰাৰ ব্যৱস্থাবিলাক সি হাতত লৈছে। 'অ'দমাচ' নামৰ মলমটো আনি হাত-ভিৰত সানিছে আৰু লিজাৰ কাৰণেও ৰাখিছে। ককায়েকক সৈমান কৰাই বাৰীৰ চুকত থকা মালভোগ কলৰ গছ্ কেইজোপা কটাই দিছে। সেইবিলাক থাকিলে মহ-মাখি বেছি হ'ব বুলি তাৰ বদ্ধমূল ধাৰণা। লিজাই 'একোৱাগাৰ্ড'ৰ পানী খোৱাতকৈ 'মিনাৰেল ওৱাটাৰ' চ্লিড বটল আনি ৰখাৰ ব্যৱস্থা সি কৰিলে। পৌৰ নিগমৰ লগত যোগাযোগ কৰি ঘৰৰ সন্মুখৰ নলা দুটা চাফা কৰালে আৰু চৌহদৰ চাৰিওফালে ডি ডি টি ছটিওৱাৰ ব্যৱস্থা কৰিলে। নতুন ধৰণৰ এগৰাকী আলহীক আদৰি আথেবেথে ঘৰত ৰখাৰ কথাত পৰিয়ালৰ সকলো আনন্দৰ লগতে উদ্বিগ্ন হৈ থাকিল। এই কথা জানি তেওঁলোক আশ্বস্ত হ'ল যে ছোৱালীজনীয়ে ইংৰাজীত কথা পাতিব পাৰে কাৰণে কথোপকথনত কোনো ভাষাগত সমস্যা নাই। মাছ-মাংসৰ কাৰণে টিন্‌ফিচ আৰু 'ফ্ৰজেন চিকেন'ৰ ব্যৱস্থা হ'ল। অসমৰ বজাৰত মুকলিকৈ বিক্ৰী হোৱা মাছ-মাংস লিজাক খুওৱাৰ কথা ৰাহুলে চিন্তাই কৰিব নোৱাৰে। নম্ৰতাইঁতে ৰাহুলৰ সকলো সাৱধানতাত সহযোগ কৰি গ'ল।

বিশেষজ্ঞ দলটো গুৱাহাটী পালেহি। ৰাহুলে দুয়ো ভতিজাকক লগত লৈ লিজাক আৰু বাকী দুজন গৃহস্থই নিজ নিজ আলহীক বিমান বন্দৰৰপৰা আগবঢ়াই আনিলেগৈ। ড্ৰাইভাৰে গাড়ী চলাইছে। অসমৰ পথত বিশৃংখল যান-জঁতৰ মাজত ৰাহুলে গাড়ী চলাব নোৱাৰা হ'ল। লিজা বহিল আগৰ চিটত। মাৰ্চ মাহত গৰমৰ প্ৰখৰতা নাই যদিও 'এ-চি' চলি থাকিল। সকলো কথাত মগ্ন। লিজাই অসীম আৰু প্ৰিয়ানুজক অসম সম্পৰ্কে বহুত প্ৰশ্নই কৰি গৈছে। সিহঁতে সফলভাৱে বিৱৰণ দাঙি ধৰিলেও মাজে মাজে ৰাহুলেও মাত মাতিছে। গুৱাহাটী বিশ্ববিদ্যালয, কামাখ্যা মন্দিৰ থকা নীলাচল পাহাৰ গাড়ীৰপৰাই লিজাক দেখুওৱা হ'ল। ভৰলুমুখ দলংখন পাৰ হোৱাৰ লগে লগে ব্ৰহ্মপুত্ৰৰ ওচৰ চপাত লিজাই প্ৰতিবন্ধকতা সৃষ্টি কৰা দুৱাৰৰ আইনাখন নমাই ল'লে। ভিতৰৰ কৃত্ৰিম বতাহত থকা সকলোৰে গাত এজাক শীতল মলয়াই চৌৱাই গ'ল। লিজা যেন নদীৰ বুকুত পানীৰ ঢৌ চাই চাই আত্মহাৰা হ'ল। মাজে মাজে শিহুৰ জাপ দেখি তাই আনন্দত চিঞৰি উঠিল। ৰাহুলে যে কথাটো পছন্দ কৰা নাই সেই কথা তাৰ চকু-মুখত ফুটি উঠাটো অসীমহঁতে লক্ষ্য কৰিলে। বাহিৰত নদীৰ কাষৰ লেতেৰা ধূলি আৰু গাড়ীৰ ধোঁৱাই লিজাক অপকাৰ কৰিব পাৰে বুলি ভাবিলে যদিও মুখ ফুটাই কথাটো কোৱা ভাল নহ'ব বুলি ৰাহুলে মনে মনে থাকিল। ঘৰ আহি পোৱাত বিতুল আৰু নম্ৰতাই লিজাক ঘৰৰ দুৱাৰ-মুখৰ পৰাই আদৰিলে। লিজাই ভাৰতীয় প্ৰথাৰে বিতুলক নমস্কাৰ জনাই নম্ৰতাক সাৱটি ধৰিলে।

এই কেইদিন পুৱাৰপৰা সন্ধিয়ালৈ ৰাহুল, লিজাহঁত কামত ব্যস্ত থাকিল। শ্বিলঙলৈকো যাব লাগিব। খোৱা-বোৱা মানে মাত্ৰ ৰাতিৰ সাজ আৰু পুৱাৰ জলপান ঘৰত খাবলৈ সময় পাব। গা-পা ধুই সতেজ হৈ লিজাই বিতুল দত্তৰ ঘৰখন চাই ল'লে। তাই পাকঘৰটোৰ প্ৰতি বিশেষ আকৰ্ষণ দেখুৱাই অসমীয়া ৰন্ধন প্ৰণালীৰ জ্ঞান আহৰণৰ ইচ্ছাৰ কথা ক'লে। অসমৰ সমাজখনৰ বহুতখিনি কথা তাই জেনিভাতে শিকি আহিছিল। প্ৰথম নিশাই নম্ৰতাই ৰন্ধা-বঢ়া কৰোঁতে তাই কাষত থিয় হৈ চাই থাকিল। লগত ইটো-সিটো কাম কৰি দি তাই নম্ৰতাক জনালে যে এইকেইদিন তাই অসমীয়া পদ্ধতিত ৰন্ধা খাদ্য খাবলৈ পালেহে সন্তোষ পাব। খোৱাৰ টেবুলত কাটা-চামুচৰ ব্যৱস্থা থাকিলেও অসীম আৰু প্ৰিয়ানুজে ইটোৰে-সিটোৰ চকুৰ ইঙ্গিতত সদায় খোৱাৰ দৰে হাতেৰেই খোৱা আৰম্ভ কৰিলে। ৰাহুলে লিজাৰ উপস্থিতিৰ প্ৰতি লক্ষ্য ৰাখি তাইৰ লগত সহযোগ কৰিবলৈ কাটা-চামুচেৰে আৰম্ভ কৰিলে। লিজাই এপদ-দুপদকৈ গোটা

বস্তুকেইবিধ আঙুলিৰে আনি মুখত ভৰাই বাকীবিলাক খোৱালৈ চাই ৰ'ল। এপাকত তাই বাতিৰ আঙ্গাখিনি ভাতত ঢালি দি হাতেৰে সানিবলৈ ল'লে। অসীম আৰু প্ৰিয়ানুজে কথাটোত বৰ আমোদ পালে। কেনেকৈ মুখত ভৰাব লাগে সিহঁতি লিজালৈ চাই খাই দেখুৱালে। লিজাই মিচিকিযাই সিহঁতক অনুসৰণ কৰিলে। ৰিতুল আৰু নম্ৰতা নীৰলে খোৱাত ব্যস্ত হ'ল। ৰাহুলৰ কপালত বিৰিঙি উঠা ঘামৰ টোপালকেইটা সিহঁতৰ চকুত ধৰা নপৰাকৈ নাথাকিল। অলপ সময়ৰ ভিতৰতে নম্ৰতাহঁতে গম পালে যে লিজা এজনী অতি মুকলি মনৰ ছোৱালী। ডিনাৰৰ পিছত ড্ৰইং ৰুমৰ আড্ডাত লিজাই বিভিন্ন কথাত ভাগ ল'লে। তাইৰ নানা প্ৰশ্ন উত্তৰবোৰ মন দি শুনিলে।

পিছদিনা পুৱাই সিহঁতে কাম আৰম্ভ কৰিব। কেবাটাও চৰকাৰী কাৰ্যালয়লৈ যাব পূৰ্ব নিৰ্দ্ধাৰিত কাৰ্যসূচী আনুযায়ী। আঠ বজাত ব্ৰেকফাষ্ট তৈয়াৰ হ'ল। টেবুললৈ আহিযেই লিজাই তাইৰ মনৰ কথা ব্যক্ত কৰিলে ইংৰাজবিলাকে বতৰৰ কথা বেছিকৈ পাতে। তাযো কিছুকাল বতৰৰ কাৰণে আৰু তাইৰ কোঠাৰ বাৰাণ্ডাৰপৰা দেখা দূৰৈৰ পাহাৰলানি কিমান সুন্দৰ লাগিছে সেই বিষয়ে কৈ গ'ল। 'ব্ৰেকফাষ্ট'ৰ কাৰণে নম্ৰতাই যোগাৰ কৰা অন্য সচৰাচৰ খাদ্যবিলাক বাদ দি তাই চিৰা-আখৈ, গাখীৰ গুড়ৰ জলপানহে খালে। তাৰ পিছত টেবুলত থকা মিনাৰেল ওৱাটাৰৰ প্ৰতি অগ্ৰহ নেদেখুৱাই কাষৰ টেবুলত সজাই থোৱা একুৱাগাৰ্ডৰ পানী এগিলাচ খাই পিযাহ পলালে। ৰিতুল, নম্ৰতা আৰু ৰাহুল প্ৰত্যেকেই নিজ নিজ দৃষ্টিকোণৰপৰা কথাবিলাক লক্ষ্য কৰি গ'ল বাহুলে ভাবিলে ইমান গা-এৰি দিয়াত তাইক হয়তো বেমাৰ-আজাৰে লগ ল'বই। কি কি নহওক, লিজা এই ঘৰখনৰ লগত ইমান মিলি গৈছে যে তাই এজনী বিদেশী ছোৱালী আৰু এখন বেলেগ সমাজৰপৰা অহা—এই কথা ৰিতুল দত্তৰ পৰিয়ালে দুদিনতে পাহৰি গ'ল। কালিলৈ দেওবাৰে লিজাহঁত যাব দাৰ্জিলিঙলৈ। ৰাহুল পৰহিলৈ দিল্লীলৈ গৈ তাত কিছু তথ্যপাতি সংগ্ৰহ কৰি পোনে পোনে কাঠমাণ্ডুলৈ গৈ বাকীবিলাকক লগ ধৰিব। লিজাৰ চাল-চলন আৰু কথা-বতৰাই ৰাহুলৰ মনত যেন এক নতুন ভাবৰ সৃষ্টি কৰিলে। সকলো কথা অতি সহজ ভাবত ল'ব পৰা এই ছোৱালীজনীৰ অন্তৰখন যে অতি পৰিস্কাৰ সেই কথা ৰাহুলে উপলব্ধি কৰিলে। ছাত্ৰী হিচাপে পোৱা লিজা আৰু এই লিজাৰ মাজত যেন যথেষ্ট পাৰ্থক্য বিৰাজমান। লিজাৰ আগমনত জীপ লৈ উঠা ঘৰখনৰ আনন্দত সিও যেন ক্ৰমান্বয়ে আত্মহাৰা হৈ পৰিছে।

দেওবাৰে অশোকাষ্টমী। অসীম, প্ৰিয়ানুজ সকলেপৰা এইখন মেলালৈ যায়। সিহঁতে প্ৰস্তাৱ দিলে এইবাৰ লিজা আৰু ৰাহুলক লগত লৈ যোৱাৰ।

প্ৰতি বছৰে অশোকাষ্টমীৰ দিনা ব্ৰহ্মপুত্ৰৰ পাৰৰ বালিত ডাঙৰ মেলা বহে। বাগডোগ্ৰালৈ যোৱা ফ্লাইট পিচবেলা হোৱাত লিজাই প্ৰস্তাৱটোত সম্মতি জনালে। ভাৰতৰ মেলাবিলাকৰ বিষয়ে, বিশেষকৈ কুম্ভ মেলাৰ বিষয়ে তাই বহুত কথা শুনি আহিছে। গতিকে এখন মেলা স্বচক্ষে চোৱাৰ আগ্ৰহ তাইৰ আগৰপৰাই হৈ আহিছে। তাতে ছোৱালীজনীৰ মনটো কোমল। ৰাহুলে প্ৰথমে কিছু আপত্তি কৰিছিল। তাৰ মতে এইখন মেলাত কুষ্ঠ ৰোগত ভোগা ভিক্ষাৰীৰ পৰা মুকলিকৈ বিক্ৰী কৰা মিঠাই, মাছ আদিত মাখিৰে ভৰি থাকে। গতিকে তালৈ যোৱা মানে বেমাৰৰ বীজাণু অনাৰ বাহিৰে অন্য একো ফল নাই। অসীম আৰু প্ৰিয়ানুজে কিন্তু সেই মেলাবিলাকলৈ বিদেশী মানুহ গৈও আমোদ পোৱাৰ কথা ক'বলৈ নাপাহৰিলে। অৱশেষত ৰাহুলৰ অনিচ্ছা সত্ত্বেও এই সিদ্ধান্ত হ'ল যে জেনিভাৰ দলটোৰ বাকীকেইজন সদস্যকো লগত লৈ সকলো গৃহস্থ আৰু আলহী একেলগে যাব। অৱশেষত টেলিফোনৰ যোগাযোগৰ দ্বাৰা সেই সিদ্ধান্তই হ'ল. পুৱা আঠ বজাত সকলো নিজৰ নিজৰ গাড়ীৰে মেলাৰ আদৰণী তোৰণৰ কাষত গোট খালেগৈ। ইতিমধ্যে মেলাস্থলী মানুহেৰে ঠাহ খাই পৰিছে। এটা হুলস্থূলীয়া পৰিৱেশ। তাৰ মাজতে বেপাৰীয়ে মুকলি বজাৰত বিভিন্ন সামগ্ৰী বিক্ৰী কৰিছে। কোনো ঠাইত যাদু দেখুওৱা, সাপ-বাজী দেখুৱাও চলিছে। মানুহৰ ভিৰৰ মাজে মাজে গৰু-ম'হো অহা-যোৱা কৰিছে। মানুহৰ গাত বিভিন্ন ৰঙীণ সাজ-পাৰ। ভিৰৰ মাজত অন্য কেইজনমান বিদেশী লোকেও ঘূৰি ফুৰাত অসীম আৰু প্ৰিয়ানুজে কোৱা কথাটো প্ৰতিপন্ন হৈছে। সেই বিদেশী লোকৰ দলটোৰ প্ৰত্যেকৰ হাতে হাতে এটুকুৰাকৈ কুঁহিয়াৰ, দাঁতেৰে বাকলি বখলিয়াই বখলিয়াই তৃপ্তিত খাই ফুৰিছে। মানুহবোৰ প্ৰকৃততে কি কামত গোট খাইছে আৰু ক'ৰপৰা ক'লৈ অহা-যোৱা কৰি আছে কোনেও যেন ভাবি চোৱা নাই। অশোকাষ্টমীত ইয়াত গোট খোৱাৰ প্ৰধান উদ্দেশ্য নদীৰ পানীত স্নান কৰি পুণ্য অৰ্জন কৰা। কিন্তু সেই বিষয়ত যেন কাৰো খেয়াল নাই। লাহে লাহে ৰাহুলহঁতৰ দলটো নদীৰ কাষলৈ আগবাঢ়িল। তেনেতে এখন দোকানত গৰম গৰম জিলাপী ভাজি থকা দেখি অসীম-প্ৰিয়ানুজৰ দৃষ্টি তাত আৱদ্ধ হ'ল। লিজাও যেন সেই কথা লক্ষ্য কৰি জিলাপীৰ প্ৰতি আগ্ৰহী হৈ পৰিল। এটোপোলা জিলাপী কিনি আনি সিহঁতি খোৱাত লাগিল। ৰাহুলৰ বাহিৰে কথাটোত কোনেও বিশেষ গুৰুত্ব নিদিয়াত সেই কথা সিমানতে অন্ত পৰিল। লাহে লাহে দলটো গৈ নদীৰ পাৰ পালেগৈ। তাত অসংখ্য মুনিহ-তিৰোতাই স্নান কৰা আৰু স্নানৰ অন্তত এবুকু পানীত হাতযোৰ কৰি প্ৰাৰ্থনা কৰা দৃশ্য

পাৰৰপৰা উপভোগ কৰা মানুহৰ সংখ্যা অধিক। নদীত স্নান কৰা মানুহবোৰৰ উলাহ-আনন্দ দেখি লিজ্জা বৈ থাকিব পৰা নাই। ফলত কাৰো পৰামৰ্শ নলৈ তাই দীঘল স্কাৰ্টটো কোচাই একাঠু পানীলৈ নামি গ'ল।

নদীখনৰ বহল বুকুৰ সীমনাত থিয় হোৱাৰ ক্ষন্তেক পিছতে ৰাহুল যেন অন্য এক ভাবনাত বুৰ গ'ল। তাহানিৰ ৰহমৰীয়াৰ ইপাৰ-সিপাৰ নেদেখা বিশাল ব্ৰহ্মপুত্ৰখন আৰু তাৰ শৈশৱ কালটো চকুৰ আগত ভাহি উঠিল। সমনীয়াৰ লগত সি কিমান সাঁতুৰিলে সেইখন নদীত। ভৰ বাৰিষাও সিহঁতি এই নদীত বশ মনা নাছিল। সাঁতোৰোতে কেতিয়াবা পেটলৈ যোৱা বোকা-পানীবিলাকেই যেন সিহঁতৰ শক্তি বঢ়াইছিল দিনক দিনে। কিবা এটা অনাবিল আনন্দত তাৰ মনটো আপ্লুত হৈ পৰিল। এইখন তাহানিৰ সেই একেখন নদীয়েই। সময়ে তাৰ শক্তি ম্লান কৰিব পৰা নাই। নদীখনৰ প্ৰতি তাৰ আকৰ্ষণ যেন তেজ-মঙহৰ সম্পৰ্কতকৈও অধিক। পৃথিৱীৰ সকলো বস্তু, সকলো মান-অভিমান, পোৱা-নোপোৱা যেন ইয়াৰ তুলনাত অতি তুচ্ছ। এক অৱচেতন মনেৰে এখোজ-দুখোজকৈ সি নদীখনৰ ফালে আগবাঢ়িল। নদীখনেও যেন তাক এবাৰ চুই চাবলৈ বিচাৰিছে। পাৰলৈ নামি গৈ জোতাযোৰ কাষত খুলি কোনোবা এটা সময়ত সি অজানিতে এককাল পানীলৈ নামি গ'ল। লিজ্জা আৰু পাৰৰ সকলোৱে তালৈ ৰ' লাগি চাই থাকিল। শীতল পানীৰ স্পৰ্শত এক অপূৰ্ব তৃপ্তিত যেন তাৰ হৃদয়খন জুৰ পৰি গ'ল। সি দুয়োহাত মেলি তাৰ আপোন নদীখনক আঁকোৱালি ল'লে। কাপোৰযোৰ তিতি তাৰ গাত লাগি ধৰিলে। এচলু বোকা-পানী তাৰ পেটলৈ সোমাই গ'ল। সেই পানী চলুৱে তাৰ দেহত এক নতুন শক্তি জগাই তুলিলে। পানীৰপৰা মূৰ তুলি সি দেখিলে তাৰ কাষত মুখত এটা মিচিকীয়া হাঁহি লৈ বিস্ময়েৰে লিজ্জাই তালৈকে চাই আছে। লিজ্জাই তাইৰ দুয়োহাত আগুৱাই দিলে ৰাহুলৰ ফালে। লিজ্জাৰ হাতৰ কোমল আঙুলিকেইটা ৰাহুলৰ হাতৰ মুঠিত সোমাই পৰিল। ব্ৰহ্মপুত্ৰৰ অৱগাহনত ৰাহুলৰ মনত এটা নতুন উপলব্ধি হ'ল। এক অজ্ঞান পুলকে তাৰ দেহ-মন টৌৱাই গ'ল। লিজ্জা নামৰ এই বিদেশী ছোৱালীজনীৰ সৰলতা আৰু একাত্মতা যে এটা সুন্দৰ জীৱন-যাপনৰ প্ৰেৰণা স্বৰূপ, সেই সত্য আজি সি আৱিষ্কাৰ কৰিলে। ☐

# প্ৰতিবন্ধক

সিদ্ধান্তটো লোৱাৰ পিছত মানসৰ মনটো বহুত পাতল লাগিল। ঘৰখনেও যেন এটা সকাহ পালে। আজি কেইদিনমানৰপৰা বিষয়টো সঘনে আলোচনা হৈছে। মালা, ৰুবেন আৰু আনকি কণমাণি ৰিসাৰ মনতো যেন উৎকণ্ঠা। এটা সুসম পথত হঠাতে দেখা দিয়া গতিৰোধকটোৰ দৰে মানস চৌধুৰীৰ সুখী পৰিয়ালটোৰ প্ৰবাহিত ধাৰাত এটা চিন্তাই যেন আউল লগাবলৈ ধৰিছে।

ঘৰখনত আলোচনা হৈছে মানসৰ মেদ বাঢ়িছে আৰু লগে লগে ক্লান্ত ভাব এটাও যেন সঘনে চকুৱে-মুখে প্ৰকাশিত হৈছে। চল্লিশৰ উৰ্দ্ধত হয়তো মানুহৰ দেহাৰ কিছু পৰিৱৰ্তন হয়েই। তথাপি কাৰো মনে মনা নাই। পত্নী মালাৰ উৎকণ্ঠাৰ লগতে পুত্ৰ ৰুবেন আৰু দুহিতা ৰিসাও চিন্তিত হৈ পৰিছে দেউতাকৰ স্বাস্থ্যৰ কাৰণে। আজিকালি পঢ়াশালিবিলাকতো স্বাস্থ্যৰ বিষয়ে শিক্ষা দিয়াৰ ব্যৱস্থা থকাত ল'ৰা-ছোৱালী বিলাকৰো সচেতনতা বাঢ়িছে। অৱশেষত স্বাস্থ্য পৰীক্ষা কৰি গম পোৱা হ'ল যে মানসৰ "হাই ব্লাড প্ৰেচাৰ" আৰম্ভ হৈছে। কথাটো জনাৰ পিছত ঘৰখনত আৰু অশান্তি বাঢ়িল। ডাক্তৰে এতিয়াই দৰৱ জাতি খাব নেলাগে বুলি ক'লে যদিও সকলোৱেই একোজন একোজন ডাক্তৰৰ দৰে মানসে এতিয়া কি কৰা উচিত, কি কৰা অনুচিত—তাৰ ওপৰত মন্তব্য আগবঢ়ালে। সেই পৰামৰ্শসমূহৰ ভিতৰত দুটা কথাই গুৰুত্ব পালে—অফিচৰ কামত বেছি ব্যস্ত হৈ টেনচন্ লৈ থাকিলে নহ'ব। ঘৰত থকা সময়খিনিত কাৰ্যালয়ৰ কাম-কাজৰপৰা সম্পূৰ্ণ মুক্ত হৈ থাকিব লাগিব আৰু দ্বিতীয়তে মানসে 'লাইফ ষ্টাইল' বদলাব লাগিব। 'লাইফ ষ্টাইল' বদলোৱাৰ প্ৰাৰম্ভিক কাম হ'ব কমেও এঘণ্টাৰ কাৰণে প্ৰতিদিনে 'মৰ্ণিং ৱাক' কৰা। এইটো এটা সৰ্বসন্মত মত। গতিকে মানসেও সিদ্ধান্তটো লৈয়েই ল'লে যে অহা দেওবাৰৰ পৰা দোকমোকালিতে উঠি 'মৰ্ণিং ৱাক' কৰা হওক। তাৰ কাৰণে আগদিনা মাজৰাতিখনলৈকে টিভিৰ ওচৰত বহি নেথাকি সোনকালে শোৱাৰ ব্যৱস্থা কৰা হ'ব।

প্ৰস্তুতি পৰ্ব আৰম্ভ হ'ল। এটা 'টিম স্পিৰিটত' ঘৰৰ সকলোৱে যেন সহায়ৰ হাত আগবঢ়াবলৈ উঠিপৰি লাগিল। সিদ্ধান্ত হ'ল মানস চৌধুৰীৰ ঘৰত

সদ্যহতে নিশা দহ বজাৰ পিছত কোনো টিভিৰ ওচৰত নেথাকি শোৱা পাটি গ্ৰহণ কৰিব। পুৱা পাঁচ বজামানত ঘড়ীত 'এলাৰ্ম' বজাৰ লগে লগে সকলো শোৱাৰপৰা উঠিব। বনকৰা ছোৱালীজনীয়ে গা-পা ধুই আহে মানে মালাই মানসক চাহ একাপ কৰি দিব আৰু ৰুবেন আৰু ৰিসাইও পঢ়া-শুনাত ব্যস্ত হ'ব। 'মৰ্ণিং ৱাক' কৰা কথাটোত গুৰুত্ব দি মালাইও ঘৰৰ চৌহদতে সদায় পুৱা অলপ খোজ কাঢ়িব যাতে পৰীক্ষা-নিৰীক্ষা কৰি মানসৰ দৰে কিবা এটা ধৰা পৰাৰ আগতেই স্বাস্থ্যৰ কিছু যত্ন ল'ব পাৰে।

সিদ্ধান্ত মতেই কাম আৰম্ভ হ'ল। মালাই আলমাৰি খুচৰি যোৱা বছৰ তাইৰ ভায়েক মুকুলে ভিনিহিয়েকক দিয়া 'ট্ৰেক ছুট'যোৰ আৰু কেপটো উলিয়াই ৰদ-বাদত দি ঠিক-ঠাক্ কৰিলে। শনিবাৰৰ দিনা অফিচৰপৰা বাহিৰে বাহিৰে লিবাৰ্টি শ্ব' ৰুমলৈ গৈ মানসে এযোৰ স্পৰ্টছ শ্বুও কিনি ল'লে।

প্ৰস্তুতিৰ অন্তত দেওবাৰে পুৱা পাঁচ বজাত এলাৰ্ম ঘড়ীৰ ঘণ্টা বাজি উঠাৰ লগে লগে মানস চৌধুৰীৰ পৰিয়ালত এটা নতুন দিনৰ আৰম্ভ হ'ল। শীতৰ পুৱা, কুঁৱলীও অলপ অলপ আছে। নতুন ট্ৰেক শ্বুট, স্পৰ্টচ শ্বু আৰু কেপটো পিন্ধাই সেই পুৱাতে মালা, ৰুবেন আৰু ৰিসাই মানসক দৰা সজোৱাদি সজালে। দীঘল আইনাখনৰ আগত বৈ সমুখৰ লাইটটো জ্বলাই দি মানসেও নিজৰ প্ৰতিচ্ছবিখন মূৰৰপৰা ভৰিলৈকে চাই নিজেই অভিমত দিলে—"স্মাৰ্ট লাগিছে।" দেখাতহে যেন স্মাৰ্ট লাগিছে এনে নহয়। খোজ কাঢ়লতো মানসৰ নিজকে 'স্মাৰ্ট', 'স্মাৰ্ট' লাগিল।

পুৱাৰ পৃথিৱীখনৰ এক নতুন সৌন্দৰ্যই মানসৰ চকুত ধৰা দিলে। সদায় সাত বজাৰ পিছত দেখা ৰাতিপুৱা বেলাতকৈ এই দুঘণ্টাৰ আগৰ পুৱাটোত বহুত বেচি আমেজ আছে। মানস দপ্‌দপাই আগুৱাই গ'ল। সেই প্ৰথম পুৱাতেই নতুন নতুন মানুহৰ মুখবিলাক মানসৰ চকুৰ আগলৈ আহিল। মনতে এটা ধাৰণা হ'ল এই মানুহবিলাকৰ অধিকাংশই যেন তেওঁৰ দৰে কোনো নহয় কোনো এটা বাধ্যবাধকতাৰ কাৰণেহে প্ৰাতঃভ্ৰমণলৈ আহিছে। পুৰুষ, মহিলা, বৃদ্ধ, কোনো দল বান্ধি আৰু কোনো অকলশৰীয়াকৈ ফুৰা-চকা কৰিছে।

এইখন চহৰত মানসৰ কাৰণে অন্য সময়ত খোজ কাঢ়ি ফুৰাৰ সুযোগ-সুবিধা নাই। দিনটোত অধিকাংশ সময় কাৰ্যালয়তে কটাবলগীয়া হোৱাত সময়ৰো অভাৱ। গাড়ীখন নোহোৱাকৈ কলৈকো অহা-যোৱা কৰা নহয়। কল্ কলকৈ শব্দ কৰি এটা বগলীৰ জাক মূৰৰ ওপৰেদি উৰি গ'ল। মানসৰ মনটো বৰ মুকলি আৰু পাতল লাগিল। স্মৃতি উভতি গ'ল লৰালি কাললৈ যেতিয়া

সন্ধিয়া আকাশত বগলীৰ জাক দেখিলে বগা ফোট দি যাবলৈ সমস্বৰে গাইছিল। চাওঁতে চাওঁতে কেতিয়া দুই তিনি কিলোমিটাৰ দূৰ পালেহি মানসে ধৰিবই নোৱাৰিলে। একে গতিৰে আজিৰ ভ্ৰমণ সামৰি তেওঁ ঘৰমুৱা হ'ল। এজন চফল ডেকাৰ দৰে দপ্‌দপাই অহা দেখি বাটলৈ চাই থকা মালাইও বুজি উঠিল যে মানসে এই প্ৰাতঃভ্ৰমণৰ দৰৱ পালি আনন্দৰেই গ্ৰহণ কৰিছে। কেবাদিনৰপৰাই মালাই মানসক বুজাই আছে যে অফিচত খং-ৰাগ কৰি নিজৰ 'ব্লাড প্ৰেচাৰ' বঢ়োৱাৰ কোনো প্ৰয়োজন নাই। হাঁহি-মাতি কামবিলাক কৰিলে আৰু কাকো খং-ৰাগ নকৰো বুলি ভবিলে নিজৰ মনটোতেই শান্তি পোৱা যাব। মানসে এই কথাটো গুৰুত্ব সহকাৰে গ্ৰহণ কৰিছে। মনতে ভাব হ'ল—আজি কিছুদিনৰপৰা তেওঁ বেছি খিংখিঙিয়া হোৱাৰ বাবে তলতীয়া বিষয়া, কৰ্মচাৰীসকলে যেন তেওঁৰ ওচৰ চাপিবলৈকে শঙ্কা কৰিছে। সেয়েহে যোৱা কালি শনিবাৰে কাকো খং নকৰো বুলি বদ্ধপৰিকৰ হৈ মানস কাৰ্যালয়লৈ ওলাইছিল। আবেলিলৈ হয়তো কৰ্মচাৰীসকলে আলোচনা কৰিছিল— আজি 'বচৰ মুদ' ভাল। দুই-একে হয়তো ফিচিঙা-ফিচিঙি কৰি মালাকো সেই মুদ ভাল হোৱা কথাত জড়িত কৰিছিল।

সোমবাৰৰ দিনাও পুৱা পাঁচ বজাতে মানসৰ দিনপঞ্জী আৰম্ভ হ'ল। আজি যে উৎসাহ আৰু বেছি। কোনোবা কোনোবাই ফুটপাথত জগিং কৰি থকা দেখি মানসৰো তেনে কৰিবৰ মন গ'ল যদিও নিজকে সম্বৰণ কৰি ৰাখিলে। সমাজত মানসৰ যিটো প্ৰতিষ্ঠা তাৰ কাৰণে তেওঁ য'তে-ত'তে জঁপিয়াই ফুৰিব নোৱাৰে। তথাপি হাত-ভৰি জোকাৰি অলপ কুচ-কাৱাজ নকৰাকৈ নেথাকিল। এগৰাকী ভদ্ৰ মহিলা মানসৰ ফালে চাই মিচিকিয়া হাঁহি মাৰি কাষেদি পাৰ হৈ গ'ল। মানসে পিছতহে ভাবি পালে সেইগৰাকী তেওঁৰ চুবুৰীয়া দীন শইকীয়াৰ পৰিবাৰ। নিশ্চয় প্ৰেছাৰ-ট্ৰেছাৰ কিবা এটাত ভুগিছে—যাৰ কাৰণে এই ব্ৰহ্ম পুৱাতে ফুটপাথত বিচৰণ কৰি আছে। অলপ পাছতে মূৰত বান্দৰ টুপী আৰু কোট-পায়জামা পিন্ধা প্ৰৌঢ় মানুহ এজন কাষেদি পাৰ হৈ যাব খুজি মানসৰ ওচৰত থমকি ৰ'ল। 'ছাৰ নমস্কাৰ' বুলি মাতটো দিওঁতেহে মানসে চিনি পালে সেয়া তেওঁৰ প্ৰাইভেট ছেক্ৰেটেৰী কাজল ভৌমিক। অন্য একো কথা নেপাতি প্ৰতি নমস্কাৰ জনাই মানস আগবাঢ়িল। শনিবাৰৰ কাৰ্যালয়ত তেওঁৰ ব্যৱহাৰ দেখি ভৌমিকে হয়তো সাহ পাই আৰু দুই-এটা কথা পাতিব বিচাৰিছিল। কিন্তু এইখন পুৱাৰ পৃথিৱীত কোনো কথাতে মানসৰ কাৰ্যালয়ৰ কাম-কাজৰ আলাপ-আলোচনা কৰিবলৈ অথবা কাৰ্যালয়ৰ চিৰ চিনাকি মানুহবিলাকৰ লগত

দেখা-দেখি কৰি থাকিবৰ মন নগ'ল। আজিও দুই-তিনি কিলোমিটাৰমান গৈ ফুটবল ফিল্ডখনৰ ওচৰৰপৰাই মানস উভতি আহিল। ইমান পুৱাতে ল'ৰাবিলাকে ফিল্ডত ফুটবল গুৰিয়াই আছে। তাৰ চাৰিওফালে অসংখ্য প্ৰাতঃভ্ৰমণত ব্যস্ত মানুহ। জনসাধাৰণৰ স্বাস্থ্য সচেতনতা দেখি মানসৰ ভাল লাগিল। তেওঁ আৰু সেইফালে নগ'ল। দুই-এদিনতে তেওঁ গম পাইছে যে প্ৰাতঃভ্ৰমণ কৰা মানুহবিলাকৰো এখন সমাজ আছে। চাৰিআলিটোৰ কাষত দুজনমান গোট খাই বাৰিষাৰ আগতে ড্ৰেইনটো মেৰামতি কৰাৰ কথা পাতি আছে। কৃষি কাৰ্যালয়টোৰ পদূলিৰ পুলটোত বুঢ়া কেইজন একেলগে বহি হয়তো নিজ নিজ জীৱনৰ এৰি অহা সোণালী দিনৰ ৰোমন্থন কৰিছে। এই বুঢ়া কেইজনে যেন পো-বোৱাৰীৰ বান্ধোনৰ পৰা মুক্ত হৈ খন্তেকৰ কাৰণে মুক্ত বায়ু সেৱন কৰাৰ লগতে সমনীয়াৰ সঙ্গ সুখৰ তৃপ্তি লাভ কৰিছে। এইবিলাক কথা ভাবি-চিন্তি উভতি আহি থাকোতে এখন স্কুটাৰ মানসৰ কাষেৰে পাৰ হৈ গ'ল। অলপ দূৰ গৈয়েই স্কুটাৰখন আকৌ উভতি আহিল আৰু মানসৰ ফালে ভালকৈ চাই ওভতা মুখে আঁতৰি গ'ল। এতিয়াহে মানসে ভবিলে যে নিৰাপত্তাৰ ফালপৰা এই ৰাজপথত তেওঁ সম্পূৰ্ণ অকলশৰীয়া। কিবা বিপদ-আপদ হ'লে মানুহবিলাক আগবাঢ়ি আহিব জানো? কথাটো বেছিকৈ ভাবি 'টেনচন' নলওঁ বুলি মানস আহি ঘৰ পালেহি।

মালা, ৰুবেনে যেন মানসক এক নতুন দৃষ্টিৰে চোৱা আৰম্ভ কৰিছে। ৰিসা সৰু। তাই বাপেকৰ মুখমণ্ডল চাই কোনো ভাব পৰীক্ষা কৰিবপৰা হোৱা নাই। মালা, ৰুবেনে চাইছে এই দুদিনৰ প্ৰাতঃভ্ৰমণে মানসৰ মনলৈ কিমান আনন্দ আনিছে, যাৰদ্বাৰা তেওঁৰ ৰক্তচাপ নিয়ন্ত্ৰণ কৰিব পৰা হ'ব। দৈনন্দিন জীৱনৰ এই নতুন ধাৰাত যেন দুদিনতে সকলো খাপ খাই পৰিল।

তৃতীয় দিনৰ কাৰ্যসূচীও আৰম্ভ হ'ল। মালাই এই দুঘণ্টা অমূল্য সময়ৰ সৎ ব্যৱহাৰ কৰি ফুলনীৰ কামত ব্যস্ত হ'ল। ৰুবেনৰ কাৰণেও ভাল হৈছে। ৰাতিপুৱাৰ সময়খিনি পঢ়া-শুনাৰ কামত সৎ ব্যৱহাৰ হৈছে। মানস প্ৰাতঃভ্ৰমণৰ পৰা আহি পায়মানে খবৰ কাগজ কেইখন ঘৰত দি যায়। আহি পাওঁতেই চাহ-বিস্কুটৰ সৈতে খবৰ কাগজ কেইখন উপাদেয় পাঠ্য হৈ পৰিছে। মাজে মাজে প্ৰাতঃভ্ৰমণৰ বৰ্ণনাবিলাক ৰহন সানি সানি মানসে ঘৰত বিলাই দিছে।

সঠিক সময়ত এলাৰ্ম বাজিল যদিও আজি চতুৰ্থদিনা মানসে শোৱা পাটি এৰা নাই। ইকাটি, সিকাটি কৰি বিচনাতে বাগৰি আছে। চাহ কাপ লৈ মালাই দুবাৰমান মাত দিলে, কিন্তু মানসে উত্তৰ দিয়া নাই। গা বৰ ভাল নহয় বুলি

মালাইও আমনি নকৰিলে। সাত বজামানত মানস উঠিল। কাষতে চকীত বহি বাতৰি কাগজখন পঢ়ি থকা মালাই সুধিলে—'গা ভাল নহয় নেকি?' মানসে একো নেমাতি বাথৰুমত সোমাল। মালা হতভম্ব হ'ল। মানসৰ হৈছে কি? খন্তেক পিছতে মানস বাথৰুমৰপৰা আহি বিচনাৰ ওপৰত মালাই সাজু কৰি ৰখা ট্ৰেকছুটযোৰ আলমাৰিটো খুলি তাত কাপোৰৰ মাজত ভৰাই থ'লে। সেইবোৰৰ যেন আৰু প্ৰয়োজন নাই। মালাই কথাটো বুজি নেপালে—কিয় মানসে ট্ৰেকছুটযোৰ আলনাত নথৈ আলমাৰিত ভৰালে।

মানসে এইবাৰ মুখ খুলিলে। প্ৰাতঃভ্ৰমণেৰে মোৰ ব্লাড প্ৰেছাৰ কণ্ট্ৰল নহ'ব বুজিছা। মই পিঞ্জৰাত বন্দী এক চৰকাৰী কৰ্মচাৰী। মোৰ সেইটো একমাত্ৰ পৰিচয়। মানসে কৈ গ'ল কিদৰে পৰহি পুৱা তেওঁৰ কাষেদি স্কুটাৰত পাৰ হৈ যোৱা ল'ৰাজনে উভতি আহি এইজনেই মানস চৌধুৰী বুলি নিশ্চিত হৈ গ'ল আৰু যোৱা কালি তেৱেঁই মানসৰ প্ৰাতঃভ্ৰমণৰ সুবিধা গ্ৰহণ কৰি কাষ চাপি আহিল। 'গুড মৰ্ণিং ছাৰ' বুলি সম্বোধন কৰি ল'ৰাজনে মানসলৈ এখিলা কাগজ আগবঢ়াই দিলে—য'ত লিখা আছিল মানসলৈ বুলি 'ওপৰৱালাৰ' এক নিৰ্দেশ—'চৰকাৰে নতুনকৈ খুলিব খোজা এখন সুৰাৰ বিপনি ল'ৰাজনক দিবই লাগে...।' কথাটো মানসৰ বৰ অসঙ্গত লাগিল। সুবিধাবাদী ডেকাজনে কাৰ্য সমাধা হোৱাৰ আশাত গৌৰবৰ হাঁহি মাৰিলে। খং উঠিলেও মানসৰ মালাৰ কথালৈ মনত পৰিল। মনটোৱে বিদ্ৰোহ কৰি বহুত কিবা কিবি কৈ দিবলৈ বিচাৰিছিল যদিও বিনাবাক্যে কাগজখন ভাজ কৰি পকেটত ভৰাই লৈ মানসে এক পৰাজয়ৰ গ্লানিৰে ঘৰমুৱা হ'ল। এনেকুৱা বহুত নিৰ্দেশ মানসে কাৰ্যালয়ত পাই থাকে, যদিও বিবেকহীনভাৱে কাম কৰি মানসে ভাল নেপায় বুলি সকলোৱে জানে। কিন্তু পুৱাৰ আমেজ ভৰা অন্য এখন পৃথিৱীত বিচৰণ কৰি থাকোঁতে অপ্ৰত্যাশিতভাৱে পোৱা এইখন কাগজ সেইবিলাকৰ লগত একে নহয়। লাহে লাহে যেন কাগজখন গধুৰ হৈ আহিবলৈ ধৰিলে। তাত লিখা প্ৰতিটো আখৰ যেন একোটা একোটা সুৰাৰ বটলৰ দৰে গধুৰ হৈ তেওঁৰ পকেটত ওলমি ৰ'ল।

এখিলা পাতল কাগজেই যেন পৰিয়ালৰ উদ্যম আৰু মানসৰ প্ৰাতঃভ্ৰমণৰ মধুৰতাৰ মাজত পৰ্বতসম প্ৰতিবন্ধক হৈ থিয় দি ৰ'ল। ❑

# প্ৰহেলিকা

মানুহজন নিশ্চয় আজিও আহিব। এইটোৱেই অহাৰ সময়। হয়, সেয়া তেওঁ আহিছে। মানুহজনক দেখি মই কিছু আশ্বস্ত হ'লো, কাৰণ তেওঁ আহিব বুলিয়েই মই ইমান সময়ে নীৰৱে বাট চাই আছোঁ। আজি ৰহস্যটো ভেদ কৰিবই লাগিব। কিতাপখন জপাই টেপুলত থৈ বহাৰ পৰাই ডিঙি মেলি পদূলিলৈ চাই থাকিলো। যোৱা তিনিদিন মান এই সময়তে মানুহজন আহি আমাৰ পদূলিত থিয় হৈ আছিল বোলে। কথাটো প্ৰথম দৃষ্টিগোচৰ হ'ল আমাৰ একমাত্ৰ সন্তান কুশানৰ। তিনিদিনমান একে সময়তে মানুহজন আহি আমাৰ পদূলিমুখত থিয় হৈ আছিলহি। কেইমিনিটমান তেওঁ আমাৰ ঘৰটোৰ ফালে চাই থাকি আকৌ লাহে লাহে আঁতৰি যায়। মাজে মাজে মূৰটো দাঙি আকাশলৈকো থৰ লাগি চাই থাকে। কালি সন্ধিয়া বোলে মানুহজনে গেটৰ খুঁটাত লেখি থোৱা মোৰ নামটো চাই থাকোঁতেই কুশানে দেখা পালে। তেও কাক বিচাৰিছে সোধাৰ লগে লগে নিমাতে আঁতৰি গ'ল। কথাটো আমাৰ কাৰো স্বাভাৱিক যেন নালাগিল। মোৰ পত্নী মল্লিকাই কথাটো সাংঘাতিক বিপজ্জনক বুলিয়েই ভাবিবলৈ ল'লে। তেওঁ ক'লে—আজিকালি দিন-কাল একেবাৰে বেয়া। তেনে পৰিস্থিতিত মানুহটোৱে বা কি চাই ফুৰিছে? কুশানেও কথাটো প্ৰায় সমান গুৰুত্বৰে মোৰ দৃষ্টিগোচৰ কৰিছে। কথাটো ময়ো সহজভাৱে উৰাই দিব পৰা নাই যদিও মল্লিকাক আশ্বাস দি ক'লো—'থোৱাহে, আমাৰ দৰে টঙনা শিক্ষকৰ ঘৰত কোনোবাই চোৰাংচোৱাগিৰি কৰিবলৈ আছে কিটো? দিনতে কোনেও মাৰিবলৈ নাহে, চিন্তা কৰিব নালাগে।' মল্লিকা একেটা কথাতে লাগি থাকিল—তেন্তে তোমাৰ ঠিকনাটো ইমান চাই থকাৰ উদ্দেশ্য কি? কথাটো হওঁতে হয়। মানুহজন বাৰে বাৰে আহি আছে কিয়? নিশ্চয় কিবা এটা ৰহস্য ইয়াৰ মাজত লুকাই আছে, যিটো ভেদ কৰিবলৈ আজি মই খাপ দি আছো।

বৰ্তমান চলি থকা অস্থিৰ সময়ত এজন অস্বাভাৱিক যেন লগা মানুহ আহি সঘনে পদূলিমুখত ঘূৰা-পকা কৰি থকাটো বৰ সহজভাৱে ল'বলগীয়া কথা নহয়। মানুহজন আজিও অহা দেখি মই সচেতন হৈ পোনাই বহি ল'লো।

আজি কিবা এটা কৰিবই লাগিব। বাহিৰৰ পোহৰত থাকি কোঠাটোৰ কম পোহৰত তেওঁ নিশ্চয় মোক দেখা নাই। মানুহজনে একান্ত মনেৰে আমাৰ ঘৰটোৰ ফালেই চাই আছে। কলেজ খোলাত কুশান আজি পুৱাৰ ৰে'লতে বাংগালোৰলৈ গ'ল। পুতেকক বিদায় দি মন ভাল নলগাত মল্লিকাও মাকৰ ঘৰলৈ গৈছে। সন্ধিয়াৰ আগতেই আহি পোৱাৰ কথা। মই ঘৰৰখীয়া হোৱাত কথাটো নিৰীক্ষণ কৰাৰ সুবিধাটো পালো। মল্লিকায়ো কৈ গৈছে অলপ মন-কাণ কৰিবলৈ। মানুহজন দুখোজমান আগুৱাই আহি গেটখনত হাতখন থ'লে। এজন ক্ষীণকায় লোক। প্ৰথম দৃষ্টিত ৰোগাক্ৰান্ত যেন লাগিল। মুখত একোচা আধাপকা দাড়ি। চুলি চুটি, চকুত ডাঠ ক'লা চছমা। গাত সাধাৰণ লংপেন্ট-চার্ট। সাজ-পাৰত একো অস্বাভাৱিক যেন নালাগিল। মনতে ভাবিলো, বাহিৰৰ পৰা ঘৰটো নিমাওমাও দেখি ঘৰত কোনো নথকা বুলি ভাবি মানুহজনে গেটখন খুলি কিবা অসৎ উদ্দেশ্যত সোমাই আহিব খুজিছে নেকি? মই কিতাপখন চোফাৰ কাষৰ ছাইড টেবুলত থৈ বাৰাণ্ডালৈ আগুৱাই গ'লো। সন্ধিয়াৰ আগমুহূৰ্তত আমাৰ এই অঞ্চলটোত ৰাস্তাত মানুহ-দুনুহ বেছি নাথাকে। গধূলিৰ পিছতহে মানুহ-দুনুহবোৰ কাম-কাজৰ পৰা ঘৰলৈ উভতি আহে।

প্ৰথম মহলাৰ বেলকনিৰপৰাই মানুহজনক সুধিলো—আপুনি কাক বিচাৰিছে? কালি কুশানেও তেওঁক এই প্ৰশ্নই সুধিছিল। আজি কিন্তু মানুহজন আঁতৰি নগ'ল। তেওঁ মোৰ ফালে মূৰ দাঙি চাই ৰ'ল আৰু গলগলীয়া মাতেৰে সুধিলে—'প্ৰফেছৰ ধীৰেন...?', 'হয় মই ধীৰেন চক্ৰৱৰ্তী। আপুনি মোকেই বিচাৰিছে? ভিতৰলৈ আহক।' মনতে ভাবিলো—মানুহজন চিনাকি নহয়, মোক বা বিচাৰিছে কিয়? মানুহজনক খটখটীয়েদি ওপৰলৈ উঠি আহিবলৈ ক'লো। তেওঁ লাহে লাহে আগবাঢ়ি আহিল। মই ড্ৰইংৰুমত সোমোৱা দুৱাৰখনৰ কাষলৈ আগবাঢ়ি গ'লো। মানুহজন ৰেলিংডালত ধৰি এক সংকোচ ভাবেৰে ওপৰলৈ উঠি আহিছে। এনে এজন অচিনাকি মানুহ আহোঁ আহোঁ বুলিও গেটৰ পৰা উভতি গৈ আজিনো কিয় ভিতৰ সোমাই আহিবলৈ সাহ পাইছে সেই কথা পুনৰ ভাবিলো। আমাৰ কলেজৰ শিক্ষকসকলক প্ৰফেছৰ জ্ঞান কৰি সাধাৰণ মানুহে কথা-বতৰা পাতিবলৈ শংকাবোধ কৰে। আজি মোৰ মুখামুখি হৈ হয়তো উমান পালে যে তেওঁ ভাবি থকাৰ দৰে মই অভিমানী বা কঠোৰ ভাবাপন্ন নহয়। নিশ্চয় তেওঁৰ ল'ৰাটোক ইংৰাজী পঢ়াই দিবলৈ বা তেনেধৰণৰ এটা বিষয়তে মোক লগ পাবলৈ আহিছে। প্ৰাইভেট টিউচন কৰাৰ মই পক্ষপাতী নহয়। কলেজতে পাঠ্যক্ৰমৰ সকলো কথা খৰচি মাৰি বুজাই দিবলৈ বিচাৰো।

তেনে উদ্দেশ্যত আহিলে তেওঁকো আজি প্ৰত্যাখ্যান কৰিম বুলি সিদ্ধান্ত ল'লো। মানুহজন ভিতৰলৈ সোমাই আহিল আৰু বহিবলৈ কোৱাত বহো-নবহোকৈ চোফাখনত বহিল। তেওঁক বৰ ভাগৰুৱা যেন লাগিল। হয়তো বহুদূৰ খোজকাঢ়ি আহি চিৰি উঠাৰ কাৰণে ভাগৰ লাগিছে। নহ'লে হয়তো তেওঁ নাৰ্ভাছ হৈছে। মই ভিতৰ সোমাই গৈ ডাইনিং টেবুলত থকা বটলটোৰ পৰা এগিলাচ পানী আনি মানুহজনৰ হাতত তুলি দিলো। তেওঁ ঘট্‌ঘট্‌কৈ পানী গিলাচ পি গিলাচটো কাষৰ টেবুলখনত থৈ মোৰ মুখৰফালে নোচোৱাকৈ হঠাতে কৈ দিলে—'তই একে আছ অ ধীৰেন'। মই হতভম্ব হ'লো। এছাটি বিজুলী মোৰ গাৰে যেন বাগৰি গ'ল। এই মানুহজননো কোন? প্ৰথমেই মোৰ নাম কৈ 'তই' বুলি সম্বোধন কৰিলে? কলেজৰ শিক্ষক হিচাপে এইখন চহৰত থাকি এই 'তই' সম্বোধনটো বহুত দিন মোৰ শুনাৰ ভাগ্যই হোৱা নাছিল। নিশ্চয় মোৰ কোনো নিকটবৰ্তী লোক। বেঙাটোৰ দৰে তেওঁৰ মুখলৈ ৰ' লাগি চাই ৰ'লো। মাতটোও চিনাকি চিনাকি লাগিল। মুখখনো যেন পৰিচিত। মই মানুহজনৰ মুখলৈ অবাক হৈ চাই থকা দেখি তেওঁ যেন অপ্ৰস্তুত হ'ল আৰু পুনৰ ক'লে— মোক মাফ কৰিবি ধীৰেন। পুৰণি বন্ধু বুলিহে তোক আমনি কৰিবলৈ আহিলো। মানুজনৰ কথা-বতৰাত অলপো অস্বাভাৱিক ভাব নাই। মাথোন তেওঁ যেন উঠি থকা নাওখন বুৰো বুৰো হোৱা অৱস্থাত মোৰ পৰা কিবা এটা নিৰাপদে থকাৰ উপায় বিচাৰিছে। মনটো হাঁহাঁকাৰ কৰি উঠিল। 'ব্ৰেইন' নামৰ কম্পিউটাৰটোত স্মৃতিৰ খলকনি তোলাই হঠাৎ যেন সমিধান পাই গ'লো। মই ক'ব নোৱৰাকৈয়ে চিঞৰি উঠিলো—'তই দি দিল.. দিলোৱাৰ?' মোৰ তাহানিৰ হাইস্কুলৰ সহপাঠী দিলোৱাৰ। মনতে ভাবিলো—তাৰ এনে অৱস্থা হ'ল? চিনিয়েই বা পাম কেনেকৈ? চল্লিশ বছৰ মান তাক লগ পোৱা নাই। তাৰ লুচীৰ দৰে গোল গাল দুখন ভাগি চকুত কোটৰ ওলাইছে। মুখত এসোপা দীঘল দাড়ি। চুলিৰো অৱশিষ্ট বুলিবলৈ নোহোৱা হ'ল। আগবাঢ়ি গৈ তাৰ হাত দুখন মোৰ হাতৰ মাজত তুলি ল'লো। সি মোৰ মুখৰ ফালে এঁকবাৰ দৰে চাই থাকিল। পিছমুহূৰ্তত তাক মই আঁকোৱালি ল'লো। মনটো তীব্ৰ বেগে অতীতলৈ ঢাপলি মেলিলে। সেই তাহানিৰ স্বাস্থ্য আৰু সৌন্দৰ্যৰ কাৰণে সদা সচেতন দিলোৱাৰ ক্লান্ত দেহাৰে, ৰোগাক্ৰান্ত শৰীৰেৰে এতিয়া অভ্যাগত মোৰ ঘৰত। চল্লিশ বছৰৰ ব্যৱধান যেন মুহূৰ্ততে নাইকিয়া হৈ গ'ল। বিহ্বল অনুভূতিৰ এক অনুকম্পা মোৰ মনত জাগি উঠিল। মই তাক পুনৰ বহুৱাই দি কাষৰ চকীখনত বহি পৰিলো। সি বা কি সংকোচত দুদিন আমাৰ ঘৰৰ পদূলিৰ পৰা

উভতিছে? আজি যেন মোক দেখিহে সাহ কৰি সোমাই আহিল। দেখাত তাক এনেকুৱা লাগিল সি যেন সৰ্বস্বান্ত, ক্লান্ত এক পথিক। নিৰানন্দ ভাব এটাই যেন তাক গ্ৰাস কৰিবলৈ লৈছে। সেয়েহে চল্লিশ বছৰৰ পিছত মোৰ মুখামুখি হৈয়ো সি উল্লাসিত হোৱা নাই। বৰঞ্চ কিবা এটা ভাবত যেন সি তন্ময় হৈ আছে। যি কামতে সি নাহক কিয়, বা তাৰ মনৰ অৱস্থা যিয়েই নহওক, ইমান পুৰণি বন্ধু এজন পাই মই কিন্তু 'নষ্টালজিক' হৈ পৰিছো। এনেয়ে মই আৱেগপ্ৰৱণ লোক বুলি মানুহে কয়। হয়তো হয়। নহ'লেনো কিয় অতীত স্মৃতি ৰোমন্থন কৰি আত্মহাৰা হওঁ। দিলোৱাৰক উৎসাহিত কৰিবলৈ একাপ কফিৰ প্ৰয়োজন বুলি ভাবিলো।·শ্ৰীমতী আহি জা-জলপান দিবহি। মই নিজে দুকাপ কফি কৰি অনা ভাল হ'ব বুলি ভবিলো। আমাৰ ঘৰত বন কৰা ল'ৰা-ছোৱালী নাই। নিজৰ কাম বনবোৰ নিজে নিজে কৰোঁ। বন্ধা-বঢ়াতো আমি সময় পালে আটায়ে হাতে-পাতে লাগো। ঠাই সৰা-মোচা আৰু বাচন ধোৱা কামত অৱশ্যে 'বাই' এগৰাকীয়ে সহায় কৰি দিয়েহি।

লাইটটো জ্বলাই দি দিলোৱাৰৰ হাতত পঢ়ক বা নপঢ়ক আলোচনী এখন দি মই পাকঘৰলৈ উঠি গ'লো। তাহানিৰ সেই হৃষ্ট-পুষ্ট তজবজীয়া ডেকা দিলোৱাৰ আৰু আজিৰ দিলোৱাৰৰ মাজত আকাশ-পাতাল পাৰ্থক্য। সহপাঠী হৈ থাকোঁতে তাৰ স্পষ্টবাদিতা আৰু নিৰ্ভীকতাৰ কাৰণে তাক মই ভাল পাইছিলো। সি আছিল চঞ্চল, কিবা এটা চমকপ্ৰদ কাম কৰি দেখুৱাই আনন্দ পাইছিল। কেতিয়াবা নিজৰ মনত শুদ্ধ বুলি ভবা কথা প্ৰতিপন্ন কৰিবলৈ অলাগতিয়াল কথাত জঁপিয়াই পৰি বিপদৰ সন্মুখীন হৈছিল। এদিনৰ কথা মোৰ স্পষ্ট মনত আছে। স্কুলৰ মধ্যাহ্ন বিৰতিৰ সময়ৰ কথা। সেই সময়ত ল'ৰাবিলাকে খেলা-ধূলাৰ লগতে কাজিয়া-পেচাল, জেদা-জেদি কৰিছিল। কেইজনমান ল'ৰাৰ উচটনিত দিলোৱাৰে ছাত্ৰৰ সন্মিলন কক্ষত প্ৰধান শিক্ষকৰ কাৰণে থকা চকীখনত আৰামত বহি সন্মুখৰ টেবুলত ভৰি উঠাই লৈছিল। শিক্ষকৰ চকীখনত ছাত্ৰ এজন বহাটো এটা ডাঙৰ অপৰাধ আছিল। দিলোৱাৰে সেই অপৰাধ কৰি বাহাদুৰী দেখুৱাই বাকীবিলাকৰ পৰা বাহ্ বাহ্ লৈছিল। দুৰ্ভাগ্যবশতঃ সেই সময়তে সেই ফালেদি এন চি চিৰ কাঢ়া শিক্ষকজন পাৰ হৈ যাওঁতে দিলোৱাৰৰ বাহাদুৰীটো দৃষ্টিগোচৰ হ'ল। তেওঁ পোনছাটেই গৈ হেডমাষ্টাৰক গোচৰ দিলেগৈ। য'তে বাঘৰ ভয়, ত'তে ৰাতি হয়। গোচৰটো দিওঁতে হয়তো অলপ অতিৰঞ্জিতও কৰিলে, কাৰণ দিলোৱাৰৰ প্ৰতি তেওঁৰ বৰ ভাল ভাব নাছিল বুলি সময়ে সময়ে আমি প্ৰমাণ পাইছিলো। সেইদিনাই

স্কুল ছুটী হোৱাৰ পোন্ধৰ মিনিট আগতে সকলো ছাত্ৰক সন্মিলন কক্ষলৈ মাতি আনি প্ৰধান শিক্ষকজনে গাৰ সমস্ত শক্তি প্ৰয়োগ কৰি দিলোৱাৰৰ হাতত পাঁচটা কোব সোধালে। আমি কন্দনা মুৱা হ'লো, কিহৰ পৰা যে কি হৈ গ'ল। তাতোকৈ ডাঙৰ কথা হ'ল—প্ৰথমে তাক ক্ষমা খুজিবলৈ কোৱা হ'ল। সি আন্তৰিকতাৰে ক্ষমা প্ৰাৰ্থনা কৰাৰ পিছত তাক শাস্তি প্ৰদান কৰা হ'ল। আমাৰ কোমল মনবোৰে সেই সময়ত এই কথা বুজিছিলো যে শিক্ষকৰ মৰ্যাদা হানি হোৱাৰ কাৰণে সি যি ক্ষমা বিচাৰিছিল তাৰ পিছত নিশ্চয় শাস্তিৰ প্ৰয়োজন নাছিল। কিন্তু মেকুৰীৰ ডিঙিত টিলিঙা পিন্ধায় কোনে? সেই শাস্তি দিলোৱাৰে সহ্য কৰিছিল। আমি কিন্তু কৰিব পৰা নাছিলো।

চচ্‌পেনৰ পানীখিনি উতলি আহিছে। পানীখিনিৰ দৰে মোৰ তেজবোৰো যেন আকৌ সেই কথাটো মনত পৰাত উতলি উঠিল। মোৰ এনে লাগিল যেন বৰ্তমানে এজন শিক্ষক হিচাপে জীৱিকা নিৰ্বাহ কৰি থাকি স্কুলবিলাকৰ তেনে গুৰু দণ্ডবিলাকৰ মই প্ৰতিবাদ কৰি যাম। হয়তো গৈছোও। সেই ঘটনাৰ অনুকম্পাই মোক দিলোৱাৰৰ আৰু ওচৰ চপাই আনিছিল। মই লাহে লাহে তাৰ মনটো বুজিছিলো। সি জেদী স্বভাৱৰ আছিল কাৰণেই ব্যতিক্ৰমী ব্যক্তিৰ লগত মোকাবিলা কৰিবলৈ সময়ে সময়ে অপ্ৰীতিকৰ পৰিস্থিতিৰ সৃষ্টি কৰিছিল। কিন্তু সি প্ৰকৃততে আছিল সমাজৰ ৰীতি-নীতিত বিশ্বাসী ছাত্ৰ। তাৰ লগত থাকি মোৰ কাম হৈছিল সন্ধিৰ বাঁহ বুদ্ধিৰে ভঙা। তল-ওপৰকৈ বহু কাহিনী মনলৈ আহিল। প্ৰৱেশিকা পৰীক্ষা দিয়াৰ পিছত আমি লগ এৰা এৰি হ'লো। তাক তাৰ পিছত মই কাহানিও লগ পোৱা নাই। কলেজৰ বন্ধত ঘৰলৈ গৈ তাৰ খা-খবৰ লৈছিলো। কিন্তু সি আন এখন চহৰত থকা মোমায়েকৰ ঘৰৰ পৰা কলেজত পঢ়াত লগা লগি হোৱাটো সম্ভৱ নহ'ল। আজি ইমান বছৰৰ মূৰত ভাগ্যৰ বলত কিবা সংযোগ ঘটিল। পুৰণি মিঠা মিঠা স্মৃতিবোৰে মোৰ মনটো টৌৱাই গ'ল। মই যেন বেছ আৱেগিক হৈ পৰিছো। গছ-গছনিবোৰ বয়স হ'লে পুৰঠ হৈ মজবুত হয়। মানুবোৰৰ বয়স বাঢ়িলে নিশকতীয়া হয়। এয়ে প্ৰকৃতিৰ নিয়ম। দিলোৱাৰৰ ভগ্ন স্বাস্থ্যও তাৰেই প্ৰতিফলন মাত্ৰ। মোৰ দেহাতো নিশ্চয় সি যথেষ্ট পৰিৱৰ্তন দেখা পাইছে।

দুহাতে দুকাপ কফি লৈ মই ড্ৰইংৰুমলৈ সোমাই আহিলো। প্লেটৰ কাষতে তাক দুখন বিস্কুট দিলো। দিলোৱাৰে মেগাজিনখনৰ বেটুপাতটোকেই থৰ লাগি চাই আছে। এজন শিল্পীৰ ছবি। ৰঙৰ সমাহাৰেৰে চিত্ৰ অংকন কৰা শিল্পী। সেই শিল্পীজনৰ অভিব্যক্তি যেন সি বুজিবলৈ যত্ন কৰিছে। চেণ্ডেল এপাট

খুলি এখন ভৰি চোফাখনত উঠাই লৈছে। বেচেৰা বেছ ভাগৰত আহিছে যেন লাগিছে। কোঠাটোত সোমোৱাৰ লগে লগে সি আচৰিত হোৱা ভাবেৰে মোৰ মুখলৈ চাই থাকিল। তাৰ প্ৰশ্নবোধক চিনটোৰ কথা অনুমান কৰিব পাৰি মই ক'লো—কিবা এটা খাইহে যাব পাৰিবি। মোৰ পত্নী মল্লিকা বাহিৰলৈ গৈছে। আহি পাবৰ হ'ল। আমি দুয়ো কফিত সোহা দিলো। কথা-বতৰা কিহৰ পৰা আৰম্ভ কৰোঁ ভাবি-চিন্তি ময়ে আৰম্ভ কৰিলো। মই তাক জনালো মোৰ সংসাৰখনৰ সৰু-সুৰা কথাবিলাক। কেতিয়াবা এইখন চহৰত আহি ঘৰ-দুৱাৰ কৰিলো—কলেজখনত চাকৰিটো পোৱাৰ পিছত সেইবোৰ কথা। সি কিন্তু তাৰ জীৱনৰ কথাবিলাক মোক কোৱা নাই বা ক'ব খোজা নাই। মাত্ৰ এটা কথা থোকাথুকি মাতেৰে মোক ক'লে যে মই তাক এটা ডাঙৰ বিপদৰ পৰা উদ্ধাৰ হোৱাৰ উপায় দিব লাগে। ছাত্ৰ অৱস্থাত সি বিপদত পৰোঁতে কেইবাবাৰো মই বুদ্ধি দিছিলো। সেই কথা মনত পৰি হয়তো সি মোক এতিয়া আকৌ এই চহৰখনত বিচাৰি উলিয়াইছে। মই কিন্তু বিবুধিত পৰিলো—কাৰণ আচল কথাটোনো কি সেই কথা সি মোক কোৱা নাই। বাৰে বাৰে মোক ক'লে যে তাক এটা উপায় লাগে। তাক মই ৰক্ষা কৰিব লাগে। তাৰ বাল্যকালৰ সঁচা বন্ধু হিচাপে মইহে হেনো তাক বচাব পাৰোঁ। মই ভাবিলো সি আচল কথাটো খোলাখুলিকৈ নকয়বা কিয়? সি হয়তো এটা ডাঙৰ বিপদত পৰিছে। মই ক্ষন্তেক নীৰবে থাকি ভাবিলো। দিলোৱাৰনো এই বয়সত কি বিপদত পৰিব পাৰে— যি কথা সি মোক ক'বলৈ সংকোচ কৰিছে? হয়তো সি ধাৰত ডিঙিলৈকে পোত খাই মোৰ পৰা টকা-পইচা বিচাৰি আহিছে। নহ'লে হয়তো নিজৰ বেকাৰ সন্তানৰ চাকৰিৰ সন্ধানত আহিছে। নহ'লে হয়তো কিবা কেচ-তেচ লাগিছে। পুলিচৰ কবলৰ পৰা তাক ৰক্ষা কৰিব লাগে। এইবিলাক বিপদত ময়েই বা তাক এজন কলেজৰ শিক্ষক হিচাপে সহায় কৰিম কেনেকৈ? খুব বেছি দুই-চাৰি হাজাৰ টকা দৰকাৰ হ'লে দিব পাৰোঁ। নতুবা আন মোৰ চিনাকি, কামত অহা মানুহ থাকিলে তাক পৰিচয় কৰাই দিব পাৰোঁ। সাধ্য অনুসৰি যিখিনি পৰা যায় কৰিম বুলি ঠিক কৰিলো। সি আকৌ কিবা এটা কথা ক'ব খুজি বৈ গ'ল। ইফালে-সিফালে চালে আৰু তাৰ পিছত তললৈ মুৰ কৰি বহি থাকিল। অতীতটোৰ পৰা যেন সি আঁতৰি আহিব বিচাৰিছে। তাৰ মন-প্ৰাণ কিবা এটা বিপদে যেন আগুৰি ধৰিছে। মই মাত দিলো—দিলোৱাৰ। সি নিমাত।

আৰে, ইয়াৰ টোপনি আহিল নেকি? মই তাৰ কাষলৈ উঠিগৈ তাৰ বাহু দুটা ধৰি জোকাৰি দি আকৌ মাতিলো—দিলোৱাৰ...

সি এইবাৰ 'হুঁ' বুলি সঁহাৰি জনালে। মই সুধিলো—তোৰ কথাটো কি নকৱ কিয়? মই সাধ্য অনুসাৰে সহায় কৰিম। মই তোৰ বাল্যকালৰ বন্ধু। কিবা সহায়ৰ কাৰণে তই মোৰেই ওচৰলৈ নাহ যদি কাৰ ওচৰলৈ যাবি?

সি যেন এইবাৰ কিছু আশ্বস্ত হ'ল—মোৰ পৰা আশ্বাস পাই। প্ৰথমে সি মোৰ মুখলৈ ৰ' লাগি চাই মোৰ কথাটোৰ সত্যতা কিমান সেই কথা বুজিব বিচাৰিলে। হয়তো মোৰ বাহিৰে আন কোনোৱে এতিয়ালৈকে তাক এনে আশ্বাস দিয়া নাই। মই আকৌ ক'লো—ক, তই নিৰ্ভয়ে মোক ক, তোৰ কাৰণে মই কি কৰিব পাৰোঁ। সি ঘপকৰে থিয় হৈ মোৰ হাত দুখনত খামুচি ধৰি মোৰ মুখলৈ চাই সুধিলে—তই মোক উদ্ধাৰ কৰিবি? মোক জীয়াই থকাৰ উপায় দিবি? সি আকৌ ইফালে-সিফালে চালে। আমাৰ কথাবিলাক কোনোবাই শুনি আছে নেকি তাকেই যেন নিৰীক্ষণ কৰিলে। এইবাৰ সি মোক কোঠাটোৰ বাহিৰৰ বেলকনিখনলৈ প্ৰায় টানি নিয়াদি লৈ গ'ল। মুকলি আকশখনৰ ফালে দেখুৱাই সি কঁপা কঁপা মাতেৰে ক'লে—

'সৌৱা চা, সৌৱা দেখিছ, তৰাবোৰ এটা এটাকৈ বুঢ়া গছ-পাত খহাদি খহিছে। আকাশন দেখিছ? তললৈ কেনেকৈ নামি নামি আহিছে। তাৰ মাতটো খৰ হ'বলৈ ধৰিলে। চা, চা ধীৰেন আকাশখনলৈ চা। আৰু বেছি সময় নাই। আকাশখন এতিয়া মোৰ মূৰৰ ওপৰতে ভাঙি পৰিব। মোক বচা ধীৰেন মোক বচা, বুদ্ধি এটা দে বেগতে। সি আতুৰত মোক জোৰেৰে সাবটি ধৰিলে। বহুত কষ্ট কৰি মই তাৰ বন্ধনৰ পৰা মুক্ত হ'লো। মই হতভম্ব হৈ পৰিলো। নিষ্ঠুৰ নিয়তিৰ এয়া কি উপহাস? মোৰ মনটো হাঁহাঁকাৰ কৰি উঠিল। মই কি ক'ব লাগে ভাবি পোৱা নাই।

গাৰ বলেৰে তাক একপ্ৰকাৰ ঠেলি আনি পুণৰ চোফাখনত বহুৱাই দিলো। দুয়ো হাতেৰে সি তাৰ মূৰটো হেঁচি ধৰিছে যেন আকাশখন তাৰ মূৰৰ ওপৰতে পৰিব এতিয়াই। মোৰ গাৰ নোমবোৰ শিয়ৰি উঠিল। মই তাক আশ্বাস দিলো—তৰাবোৰ সৰি পৰিব নোৱাৰে, আকাশখন ভাঙি পৰিব নোৱাৰে। সি আকৌ ক'লে—ধীৰেন তই বিশ্বাস কৰ অকাশখন এতিয়াই মোৰ মূৰৰ ওপৰত পৰিব। মই ভাবিলো সংসাৰ সাগৰৰ কোনো চাকনৈয়াত পৰি হয়তো সি তাৰ স্বাভাৱিক জীৱনটো হেৰুৱাই পেলালে। 'সৰগখন মূৰত ভাগি পৰিব' বুলি বোজা কঢ়িয়াবলৈ অপাৰগতাৰ এক গধুৰ দায়িত্বৰ কথা বুজালেও সি কালক্ৰমত সেই কথাকেই হয়তো গভীৰভাৱে বিশ্বাস কৰা আৰম্ভ কৰিলে। এতিয়া মই তাক থিতাতে কিবা এটা উপায় দিব লাগিব। কি কৰোঁ কি নকৰোঁ

ভাবি থাকিলো। সদ্যহতে সি তাৰ মূৰটো ৰক্ষা কৰা কথাটোত প্ৰধান গুৰুত্ব দিছে। গতিকে মই ভিতৰলৈ গৈ কুশানৰ বাইক চলাওঁতে পিন্ধা হেলমেটটো আনি তাৰ মূৰত পিন্ধাই দিলো। হেলমেটটো পাই যেন মূৰটো ৰক্ষা পৰিল বুলি সি কিছু আশ্বস্ত হ'ল। সি স্বস্তিত উশাহ সলালেও ভাগৰত ঘনঘনকৈ উশাহ ল'বলৈ ধৰিলে।

বেদনাত মোৰ মনটো ভাগি গ'ল। দিলোৱাৰৰ দেহাটো কিয় ৰোগাক্ৰান্ত হৈছে তাৰ ব্যৱহাৰত মই বুজিব পাৰিলো। সময়ে সময়ে সি মানসিক ভাৰসাম্য হেৰুৱাই আৰ্তনাদ কৰি উঠে। দিলোৱাৰক তাৰ জীৱনৰ এই মহা বিপদৰ পৰা উদ্ধাৰ কৰাৰ মোৰ হাতত কোনো উপায় দেখা নাই। এতিয়া আৰু তাক ঘৰত বহুৱাই ৰাখি চাহ-জলপান খুওৱাৰ কোনো পৰিৱেশ নাই। মল্লিকা উভতি অহালৈ বাট চোৱাৰো কোনো প্ৰয়োজনবোধ নকৰিলো। সি মোলৈ এক অবিশ্বাসৰ দৃষ্টি নিক্ষেপ কৰিলে। মোৰ মনত ভয় ভয় ভাব এটাও আহি পৰিল, ই বা ইয়াৰ পিছত কিখন কৰে? তাক হাতত ধৰি ধৰি লাহে লাহে নি মোৰ মাৰুতি গাড়ীখনত বহুৱালো। হেলমেটটো সি হাতেৰে হেঁচা মাৰি ধৰি থাকিল। মই গাড়ীখন লাহে লাহে ঘৰৰ চৌহদৰ পৰা পথলৈ উলিয়ালো। তাক ক'লৈ লৈ যাওঁ সিদ্ধান্ত ল'ব পৰা নাই। তাৰ কোনো ঠিকনা মোৰ হাতত নাই। থানালৈ নিলেও পুলিচে হয়তো অযথা লটিঘটিখন কৰিব। মই বিমূঢ় হৈ তাক সুধিলো— কোন ফালে যাম ক'। সি মোৰ ফালে কেৰাহিকৈ চাই ক'লে—'তই মোক আল্লাৰ ওচৰলৈ লৈ যা। কোনো মানুহে মোক ৰক্ষা কৰিব নোৱাৰে। আল্লাইহে পাৰিব।'

তাৰ কথাটো মানসিক ভাৰসাম্যহীন হ'লেও তাতেই মই মোৰ কৰণীয় বিচাৰি পাইছো। হয়, সি এই সংসাৰখনৰ পৰা উছন্ হোৱাৰ পথত। আল্লাইহে যদি কিবা এটা পোহৰৰ সন্ধান দিব পাৰে। মোৰ গাড়ীখন অজানিতে যেন মছজিদটোৰ কাষত ৰৈ গ'ল। তাক মই গাড়ীখনৰ পৰা নমাই ইমামজনৰ কাষলৈ লৈ গ'লো। ঠিকনাহীন এজন লোকক মই কেনেকৈ ইমামজনৰ হাতত গতাই দিওঁ ভাবি ভাবি কথাটো ক'লো—'এওঁৰ নাম দিলোৱাৰ, এজন ধৰ্মপ্ৰাণ লোক...।' মোৰ কথাখিনি সমাপ্ত হোৱাৰ আগতে ইমামজনে দিলোৱাৰৰ হাতত খুমুচি ধৰি মোলৈ অবাক দৃষ্টিৰে চাবলৈ ল'লে। কথাটোনো কি হৃদয়ঙ্গম কৰিব নোৱাৰি মই নিথৰ হৈ থাকিলো। মনতে ভাবিলো হয়তো আকৌ কিবা এটা নতুন বিপদ চপাই ল'লো। ইমামজনে তেওঁৰ পাঞ্জাবী চোলাৰ জেপৰ পৰা ভাঁজ কৰি ৰখা বাতৰিকাকতৰ পৃষ্ঠা এটা মোৰ মুখৰ আগত দাঙি ধৰিলে।

এইখন দেখোন দিলোৱাৰৰে ফটো। মুখত দাড়ি নাই, চুলি পৰিপাটিকৈ আচোৰা। দিলোৱাৰৰ নিৰুদ্দেশ হোৱাৰ জাননী। ইমামজনে কৈ গ'ল—আপোনাক মই চিনি পাওঁ ছাৰ। মোৰ ভাইজান আপোনাৰ ছাত্ৰ আছিল। দিলোৱাৰলৈ চাই ক'লে—এখেত মোৰ মামা। যোৱা দুদিন ধৰি আমি এওঁকেই বিচাৰি আছো। হঠাতে ঘৰৰ পৰা মানুহজন নোহোৱা হ'ল। ইমামজনৰ মুখত আনন্দৰ ভাব বিৰাজ কৰিলে।

তেওঁ যেন মোৰ প্ৰতি কিদৰে কৃতজ্ঞতা প্ৰকাশ কৰিব তাৰ ভাষা বিচাৰি পোৱা নাই। দিলোৱাৰক উদ্ধাৰ কৰি মছজিদলৈ লৈ আনি মই যেন তেওঁলোকক এটা ডাঙৰ বিপদৰ পৰা উদ্ধাৰ কৰিলো। ইমামজনে মোক সুধিবলৈ সুবিধা নিদি নিজেই কৈ গ'ল—জীৱনৰ একমাত্ৰ লগৰী মামীৰ এবছৰ আগতে বজ্ৰ পৰি মৃত্যু হোৱাৰ পৰা মামাৰ লক্ষণবোৰ অস্বাভাৱিক হৈ পৰিল। কেতিয়া ঘৰৰ পৰা ওলাই যায় তাৰ ঠিক নাই। আজি মোক মোৰ ভাইজানে জনাইছে যে তাৰ পৰা কিবা কথাত আপোনাৰ পৰিচয় এওঁ পাইছিল। আপোনাক লগ পোৱাৰ কৌতূহল প্ৰকাশ কৰি আছিল। গতিকে আমি আপোনাক ফোন কৰি আজি সুধিম বুলেয়েই ভাবিছিলো—কেনেবাকৈ এওঁ আপোনাৰ লগত যোগাযোগ কৰিছে নেকি? কেনেকৈনো এইবোৰ সংযোগ হৈ গ'ল মই ভাবি পোৱা নাই। হয়তো সি মোৰ ঘৰত অভ্যাগতজনে পাবলগীয়া আতিথ্যখিনিৰ পৰাও বঞ্চিত হ'ল। মানসিক ভাৰসাম্য নথকা ব্যক্তিজনৰতো সমাজখনত মৰ্যাদা নাথাকে।

কথাটো ভাবি দুখ লাগিল। মই মাথোন ইমামজনক ক'লো—আপোনালোকে ইয়াৰ উচিত চিকিৎসাৰ ব্যৱস্থা কৰক। প্ৰয়োজন অনুসৰি ময়ো সহায় কৰিব পাৰিম। এখন গধুৰ হৃদয়েৰে দিলোৱাৰক ইমামৰ হাতত আল্লাৰ দুৱাৰত এৰি মই বাহিৰলৈ ওলাই আহিলো। আকাশৰ নিহাৰিকাপুঞ্জত এচপৰা ক'লা ডাৱৰে আৱৰি ধৰিছে। পশ্চিম আকাশত বিজুলীৰ চমকনি দেখি মনটো বিহ্বলভাৱে দুৰুদুৰু কঁপি উঠিল—ডাঙৰ ধুমুহা আহিলে আকৌ হয়তো বজ্ৰপাত পৰিব পাৰে। প্ৰকৃতিৰ তাণ্ডৱলীলাত আকৌ কোনোবাজন বিলীন হৈ যাব পাৰে। ❑

# জাগৰণ

কাহিলি পুৱাতে ৰঙানদীৰ বালি চাপৰিত এখন যেন দলিচাহে পাৰি থোৱা আছে। যেনিয়েই চোৱা যায়, দূৰলৈ, চকুৰে মনিব পৰালৈকে সোণবৰণীয়া এখন দলিচা। পূবৰ আকাশ উদিত সূৰ্যই ৰাঙলী কৰাৰ সময়তে পশ্চিমৰ পৰা বলা মলয়া এচাটিয়ে যেন সেই দলিচাখন টৌৱাই গ'ল। লহপহকৈ বাঢ়ি অহা সৰিয়হদৰাৰ পীত বৰণৰ ফুলবোৰৰ চিনাকী সুৰভি সপোনৰ নাকত লাগিলহি। সি দীঘল-দীঘলকৈ উশাহলৈ সেই সুবাসটো উপভোগ কৰিবলৈ বিচাৰিলে। কপালৰ ঘাম মাটিত পেলোৱাৰ বিনিময়ত সি আজি এক অনাবিল আনন্দ পাইছে। হয়তো কিছুদিনৰ পিছত এই আনন্দ হেঁপাহ পলুৱাই উপভোগ কৰিব পাৰিব। সৰিয়হদৰাৰ সিকাষত বহল পথাৰখনত নতুন সেউজীয়া শইচ লহপহকৈ বাঢ়িছে। সেই শ্যামলিমা ঘেৰি দৰাত এতিয়া থোক মেলিছে। পোক-পৰুৱা, চৰাই-চিৰিকতিয়ে খাব নোৱাৰাকৈ গুটি ধৰা ঘেহুঁদৰা সযত্নে ৰখাই এতিয়া সিহঁতৰ প্ৰধান কাম হ'ব। এয়া এক নতুন সপোন। অনাগত ভৱিষ্যতৰ সপোন। সি যেন পথাৰতে দিনবোৰ কটাব, কাৰণ এতিয়া মাটি ফুটি ওলোৱা শস্য দৰাই তাৰ জীৱনৰ প্ৰধান প্ৰেৰণাৰ স্থল।

নেভাবো, নেভাবো বুলি ভাবিলেও সেই পাৰহৈ যোৱা দিনবোৰ তাৰ মনলৈ আহে। ৰঙানদীৰ পাৰে পাৰে গঢ়ি উঠা তাৰ শৈশৱ আৰু কৈশোৰ। সোৱৰণী যেন জীৱন মুদ্ৰাৰ দুই পিঠি, আনন্দ আৰু বিষাদৰ। অতীত যদিও সদাই অতীত হৈয়ে ৰয় সেই অতীতৰ কাহিনীক স্মৃতিপটৰ পৰা আঁতৰাই ৰখা সম্ভৱ নহয়। অতীতৰ ওপৰতেই গঢ়লৈ উঠে ভৱিষ্যতৰ সপোন। সপোনৰ দেউতাক জীৱন শইকীয়াক গাঁওখনত চিনি নোপোৱা মানুহ নাছিল। 'মাষ্টৰৰ ঘৰ' বুলিলে সদায় সিহঁতৰ ঘৰখনকেই বুজাইছিল। ৰঙানদী প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক হিছাপে শইকীয়া মাষ্টৰে পঢ়োৱা ল'ৰা-ছোৱালীবিলাক তেওঁৰ চাকৰী কালতে বিভিন্ন স্থানত ডাক্তৰ, ইঞ্জিনিয়াৰৰ দৰে উচ্চ পদত সংস্থাপিত হৈছিল। কিন্তু চাকি এগচিৰ তলখন আন্ধাৰ হোৱাৰ দৰে প্ৰাথমিক বিদ্যালয়ৰ

প্ৰধান শিক্ষকৰ একেটা পদতে জীৱন কটোৱা শইকীয়া মাষ্টৰে বহুত সংগ্ৰাম কৰি নিজৰ পৰিয়ালটো চলাব লগীয়া হৈছিল। মাষ্টৰৰ ঘৰবুলি সকলোৱে সন্মানৰ চকুৰে চালেও গাঁৱৰ অন্য পৰিয়ালবোৰত থকাৰ দৰে মাষ্টৰৰ নিজা খেতি মাটি নথকাত সাধাৰণ উপাৰ্জনৰ ধনেৰে পৰিয়ালটো চলাই নিয়া বৰ কঠিনহৈ পৰিছিল। সপোনৰ মাক জয়মতী ঠিক্ 'সতী জয়মতীৰ' দৰে সাধ্বী তিৰোতা। দুৱৰিৰ আগৰ নিয়ঁৰৰ টোপালটোৰ দৰে নিৰ্মল মনৰ। তাত-সূত বৈ তেওঁ স্বামীক কিছু সকাহ দিছিল যদিও সেইখিনি যথেষ্ট নাছিল। ৰঙানদীৰ ঘাটৰ পৰা কলহে কলহে পানী বৈ অনাৰে পৰা ঘৰখন চলাই নিয়াৰ সকলো কাম-কাজ জয়মতীৰ মূৰৰ ওপৰেদি গৈছিল। সপোন আৰু পূৰ্ণিমা ডাঙৰ হোৱাৰ লগে লগে সিহঁত দুটাইও ঘৰখনত ইটো সিটো সহায় কৰিবলৈ ল'লে যদিও মাষ্টৰ আৰু জয়মতীয়ে সিহঁতক ভৱিষ্যতে মানুহ কৰিবলৈ পঢ়াৰ কাৰণে সময় আজৰাই দিব লগীয়া হ'ল। বেলেগৰ ল'ৰা-ছোৱালী বিলাকৰ দৰে নিজৰ কেইটাও ডাঙৰ মানুহ হোৱাৰ কল্পনা কৰি নিজে দৈনন্দিন কাম-কাজৰ দায়িত্ব বহন কৰি গ'ল।

ৰঙানদীৰ পাৰত অৱস্থিত কাৰণেই হয়তো সপোনহঁতৰ গাঁওখনো ৰঙানদী হিচাপে জনাজাত। অসমৰ বিভিন্ন প্ৰান্তত গছ-গছনি, নদ-নদী, জীৱ-জন্তুৰ নামেৰে গাঁৱৰ নাম ৰখা বহুত উদাহৰণ আছে। সপোনে শুনিছে বাৰিষা ধল আহোতে অতীজতে গাঁওখনে পাহাৰৰ ৰঙা মাটিৰ লগত ৰং খেলি খেলি নামি অহাৰ কাৰণেই নদীখনে ৰঙানদী নামটো পালে। গাঁওখন জনবসতিপূৰ্ণ হ'লেও আধুনিক সভ্যতাৰ পোহৰৰ পৰা এতিয়াও বঞ্চিত হৈ আছে। দৈনন্দিন যাবতীয় কাম কাজৰ কাৰণেও ইয়াৰ বাসিন্দাসকল প্ৰায়ে দাতিকাষৰীয়া তুলনামূলকভাৱে উন্নত গাঁওখন বা পাঁচ কিল'মিটাৰ দূৰত্বৰ চহৰখনলৈ ধাপলি মেলিবলগীয়া হয়। গাঁওবাসীৰ অৱস্থা বৰ টনকীয়াল নহয় যদিও অধিকাংশই পেটে ভাতে খাই আছে। জীৱন শইকীয়াও তাৰ ব্যতিক্ৰম নহয়। ল'ৰা-ছোৱালী দুটা ডাঙৰ হোৱাৰ পিছত দুবেলা-দুমুঠি খাই থাকিব পৰাটোৱেই তেওঁলোকৰ কাৰণে ডাঙৰ কথা হৈ পৰিছে।

ইতিমধ্যে ৰঙানদীত বহুত পানী বাগৰি গ'ল। পূৰ্ণিমাই মেট্ৰিক পাছ কৰিলে, গাভৰু হ'ল। ভালদৰে খোৱা-বোৱা নেপালেও যৌৱনৰ পৰশত তাইৰ দেহা ঠন্ ধৰি উঠিল। জয়মতীয়ে তাইক নিজৰ গাঁৱৰে ডেকা বিলাকৰ লোলুপ দৃষ্টিৰ পৰা ৰক্ষণাবেক্ষণ দি থাকিব লগীয়া হ'ল। সপোন স্নাতক হ'ল—টাউনৰ কলেজৰ পৰা। 'সপোন' নামটো ঘৰুৱাভাৱে পৰিচিত হ'লেও বন্ধু বান্ধৱৰ মাজত সি সত্যব্ৰত নামেহে জনাজাত। সত্যব্ৰতক চিৰো চলত বন্ধুবোৰ যেতিকৈ ঘৰলৈ

আহিবলৈ ধৰাত জয়মতী অধিক সচেতন হ'ল। সপোনে পৰিয়ালটোক অলপ সকাহ দিবলৈ চাকৰীৰ সন্ধানত থাকিল।

এনেতে গতানুগতিকতাৰ মাজতে, অস্বাভাৱিকভাৱে প্ৰাকৃতিক দুৰ্য্যোগ অহাৰ দৰে এক সামাজিক আন্দোলনৰ প্ৰভাৱে গাঁও-ভূঁই উত্তাল কৰি তুলিলে। মানুহক পৰিৱৰ্তন লাগে, গতানুগতিকতাই আমুৰাইছে। আন্দোলনটোৰ মহত্ব উপলব্ধি কৰিব নোৱাৰাকৈ গাঁৱৰ ডেকা-গাভৰু বিলাক তাত জপিয়াই পৰিল, যেন তেওঁলোক বহুতদিনৰপৰা তেনে এটা সুযোগলৈকে বাট চাই আছিল। নেতাসকলে আন্দোলন সফল কৰি তুলিবলৈ ডেকা শক্তিক আগবঢ়াই দিলে। কিছুদিনৰ পিছত আন্দোলনমুখী সমাজখনত সামাজিক বন্ধনত শিথিলতাই গা কৰি উঠিল। পৰিয়াল বিলাকত অভিভাৱকজনৰ কৰ্তৃত্ব আৰু সমাজৰ শিক্ষকৰ দৰে পদৰো মৰ্যাদা হ্ৰাস পাই আহিল। এই বিলাকৰ প্ৰভাৱে সপোন আৰু পূৰ্ণিমাক বিচলিত কৰিব পৰা নাছিল যদিও সামাজিক পৰিৱৰ্তনৰ প্ৰভাৱ পৰোক্ষভাৱে সকলোৰে ওপৰতে পৰিছিল। বিবেকৰ দংশনৰ বাবে মাষ্টৰ জীৱন শইকীয়াই আন্দোলনৰ 'অসম বন্ধ' কাৰ্য্যসূচীৰ দিনাও বিদ্যালয়ত উপস্থিত থাকি গাঁওখনত অপ্ৰিয় হৈ পৰিছিল। টাউনলৈ 'কাৰফিউ' ভঙা কৰিবলৈ গাঁওখনৰ পৰা যোৱা ডেকাসিলাকৰ মাজৰ জীৱন শইকীয়াৰ লগত প্ৰাথমিক বিদ্যালয়ত সাধাৰণ শিক্ষকতা কৰা নৰেন দাসৰ নিৰীহ ল'ৰাটোৱে পুলিচৰ গুলীত প্ৰাণ আহুতি দিছিল। গাঁওখনত তাৰ নামত স্মৃতি সৌধ এটা গঢ়ি তোলা হ'ল যদিও বেচেৰী মাক জনী একমাত্ৰ পুত্ৰৰ বিয়োগত পাগলী হ'ল। দেউতাকজন তেতিয়াৰে পৰা নিবোকা হৈ পৰিল। সেই সময়তে গাঁৱলৈ বানপানী আহিল। ৰঙানদীৰ পানীয়ে শালি খেতিৰ সোণ গুটিবোৰ উটাই লৈ গ'ল।

এটা সময় আহিল, যেতিয়া প্ৰাথমিক বিদ্যালয়খনৰ ছাত্ৰ-ছাত্ৰীবিলাকে শৰাই, গামোচা আৰু চকুপানী টুকি শইকীয়াক চাকৰিৰ পৰা বিদায় জনালে। কৰ্মময় আৰু গতানুগতিক জীৱনৰ অৱসান ঘটাত এটা উদাসীন ভাৱে তেওঁৰ মনটো প্ৰভাৱান্বিত কৰিবলৈ ল'লে। লগে লগে জীৱন শইকীয়াৰ স্বাস্থ্য ভগ্নও আৰম্ভ হ'ল। কি কৰিব, কি নকৰিব বুলি কিং কৰ্তব্য বিমূঢ় হৈ জীৱন শইকীয়াই নিজৰ বাৰীখনতে শাক-পাচলি ৰোৱা আৰু গৰু দুজনীৰ প্ৰতিপালন কৰা কামত ব্যস্ত হ'ল। আগতে গাঁৱৰ দুই চাৰিটা ল'ৰা-ছোৱালীক বিনা পাৰিশ্ৰমিকেৰে তেওঁ ঘৰতে আজৰি সময়ত পঢ়া শুনা চাই দিছিল। আন্দোলনটো হোৱাৰে পৰা সিইতো নহা হ'ল। জয়মতীয়ে উপাৰ্জনৰ পথ বিচাৰি পূৰ্ণিমাৰ লগত তাত শালত অধিক ব্যস্ত হ'ল। সপোনে চাকৰি চাকৰি বুলি হাহাঁকাৰ কৰি থাকি

সাক্ষাৎকাৰবোৰ দি থকাৰ লগতে ঘৰখনৰ সামান্য উপাৰ্জনৰ সামুহিক প্ৰচেষ্টাত উদগনি যোগাই থকিল। ইতিমধ্যে আন্দোলনটোত ভৰপক ধৰিছে। বহুত সময়ত মানুহৰ বিবেক আৰু চেতনাক আবেগে উটুৱাই নিছে। বজাৰত বস্তু-বাহানিৰ মূল্য বাঢ়িছে। গাঁওখনৰ অধিক লোকৰ অৱস্থা আন্দোলন আৰু বানপানীয়ে জুৰুলা কৰিলে যদিও তাৰ মাজতে আগতে চাইকেল এখন কিনিবলৈ সামৰ্থ নথকা দুই চাৰি ঘৰলৈ নতুন মটৰ চাইকেল আহিল। কেনেকৈ আহিল সেই প্ৰশ্ন কোনেও নকৰিলে। গাঁৱৰ নিবোকা, নিচলা ডেকাজনেও মাইকটো পালে হাত ভৰি জোকাৰি বৰ বৰ কথা ক'ব পৰা হ'ল। শিক্ষাৰ প্ৰতি অনীহা আৰু কৰ্মবিমুখিতাই অতি কম সময়তে সমাজখন গ্ৰাস কৰি পেলালে। তাৰ মাজতে বানপানীত 'ৰিলিফ' বিলাই মণ্ডল জন অধিক স্বাবলম্বী হ'ল। পথাৰৰ কাম আৰু তাত-সূত পিছলৈ থৈ ডেকা গাভৰুৱে আন্দোলনটো আগবঢ়াই লৈ গ'ল। আচল উদ্দেশ্য কি আছিল আৰু কি পাইছে সেই কথা আন্দোলনকাৰী সকলে হৃদয়ঙ্গম কৰিবলৈ সময় নেপালে। 'বেনাৰ' লেখা, 'পষ্টাৰ' লেখা, ঘৰে ঘৰে গৈ সকলোকে জগাই তোলা, সভা সমিতি পতা, আন্দোলন জীয়াই ৰাখিবলৈ চান্দা তোলা আদি কামত গাঁওখন ব্যস্ত হৈ থাকিল।

ইফালে জীৱন শইকীয়াৰ দৰে পৰিয়ালত আৰ্থিক দুৰ্যোগৰ বিপক্ষে অবিৰত সংগ্ৰাম চলি থাকিল। 'ৰাঙলী' নামৰ ভাল গাখীৰতী গাইজনী জগিবৰ সময় হ'ল। পোৱালি জগাৰ আগতেই গাখীৰ কিনাৰ গ্ৰাহক দুজন মান বন্দৱস্ত হ'ল। ৰঙানদীৰ পলস পৰা মাটিৰ ঘাঁহ-বন খাবলৈ পাই গাইজনী নোদোকা হৈ পৰিছে। বগী গাইজনীয়ে দিয়া দিনে দুই লিটাৰকৈ গাখীৰ বিক্ৰি কৰিয়েই এতিয়া পৰিয়ালটো চলি আছে। ৰাঙলীৰ গাখীৰ তিনি-চাৰি লিটাৰমান হ'বগে লাগে বুলি শইকীয়াই আশা কৰি আছে। পোৱালী জগাৰ পিছত ঘৰখনে অলপ সকাহ পোৱাৰ আশা লৈ শইকীয়া, শইকীয়ানীয়ে খৰছৰ আঁচনি এখনো মনে মনে পুহি ৰাখিছে।

এদিন সন্ধিয়া আকাশখন ক'লা ডাৱৰে আবৰি ধৰিলে। বিজুলী, ঢেৰেকনি মাৰি বৰষুণ আহোঁ আহোঁ অৱস্থা হ'ল যদিও বৰষুণ নাহিল। পুহমহীয়া আবতৰীয়া বতৰটোৱে শইকীয়াৰ পৰিয়ালত বৰ আমনি দিলে। গোহালিটোৰ চালিখনৰ খেৰ বিলাক উৰলি গৈছে। বৰষুণ দিলে গাভিনী গাইজনীও পানীৰ তলত থাকিব লাগিব। ৰাতি দহমান বজাত শইকীয়া শইকীয়নী শোৱা পাটিত পৰাৰ সময়তে পিছফালৰ গছ এজোপাত কাউৰী কেইটামানে 'কা-কা' কৰিলে। ৰাতিখন কাউৰীৰ মাত শুনি তেওঁলোকৰ মনটো ভাল নেলাগিল। বৰষুণ নাহিল,

কিন্তু দোভাগ নিশা ৰাঙলীয়ে দীঘল-দীঘলকৈ হেম্বেলিওৱা আৰম্ভ কৰিলে। শইকীয়া আৰু জয়মতীয়ে কথাটো বুজিব পাৰি ৰাতিতেই শোৱাপাটি এৰি আগন্তুকৰ আদৰণিৰ কাৰণে সাজু হ'ল। শেষ নিশা সপোনে লেম এটা হাতত ওলমাই 'গৰু ডাক্তৰ' বুলি কোৱা কম্পাউণ্ডাৰ জনক লৈ আহিলগৈ। শইকীয়াই বাৰীৰ পুলি কঠাল জোপাৰ দুটামান পাত কাটি আনি ৰাঙলীৰ মুখৰ আগত ৰাখিলেহি। প্ৰসৱ বেদনাত ক্লান্ত ৰাঙলীয়ে সেইফালে ভ্ৰূক্ষেপ নকৰিলে। কাহিলী পুৱাতে ৰাঙলীয়ে এটি কজলা বৰণীয়া পোৱালি জন্ম দিলে। গাইজনীৰ হেম্বেলনীয়ে ওচৰ চুবুৰীয়া মানুহবো কাণ চুইছিলগৈ। পোহৰ হোৱাৰ লগে লগে চুবুৰীৰ মুখৰোচক বুলি পৰিচিত থুলেশ্বৰ বৰবায়ন আহি প্ৰথমেই শইকীয়াৰ পিচচোতালত পদাৰ্পন কৰিলেহি। থুলেশ্বৰ নামটোৰ দৰে মানুহজনো থুলন্তৰ চেহেৰাৰ। গাঁৱত থকা সময়খিনি দিনৰ ভাগত ইঘৰ সিঘৰলৈ গৈ আৰু গধূলি নামঘৰত বহি দিনটোৰ ভিতৰত সংগ্ৰহ কৰা বিভিন্ন পৰিয়ালৰ তথ্য বিলাক পাগুলি থকাই তেওঁৰ প্ৰধান কাম। তেওঁৰ আগমনে শইকীয়াক বৰ অস্বস্তিত পেলাইছিল। মাষ্টৰৰ চোতাল পাই তেওঁ বৰ বৰ কথা আৰম্ভ কৰিলেহিয়েই। গছ-পাত, বাঁহ-পাত খাবলৈ মেলিদিয়া গাইজনীৰ লগত ভৰি পোন নোহোৱা পোৱালি দেখাৰ লগে লগে তেওঁ চিএৰ বাখৰখন আৰম্ভ কৰিলে। জীৱন শইকীয়াই ভাবিলে য'তে বাঘৰ ভয় তাতে ৰাতি হয়। ৰাঙলী গাইজনীয়ে এটা দুমুখীয়া দমৰা পোৱালি জন্ম দিলে। বৰ বায়নৰ চিএৰ বাখৰে জীৱন শইকীয়াৰ বুকুখন কঁপাই তুলিলে। কিবা কিবি হুলস্থুলখন লগাই বৰবায়ন বাহিৰলৈ ওলাই গ'ল। হঠাতে যেন তেওঁৰ বহুত দায়িত্ব বাঢ়ি গ'ল—গাঁওখনত কথাটো জনাব লাগিব, মাষ্টৰৰ ঘৰত এটা বিকৃত গৰু পোৱালীৰ জন্ম হৈছে বুলি আধাঘণ্টাৰ ভিতৰত সেই 'অদ্ভুত জীৱ' দৰ্শন কৰিবলৈ শইকীয়াৰ চোতালত মানুহে জুম বান্ধিলেহি। নানাজনে নানা মত দিলে। কেইদিনমানৰ কাৰণে যেন তেওঁলোকে আলোচনাৰ এটা বিষয় পালে। কথাবিলাকৰ পৰা শইকীয়া পৰিয়ালে এইটোকেই বুজি পালে যে গাওঁবাসীয়ে পোৱালিটো এটা আচৰিত জীৱ হিছাপে দৰ্শন কৰিবলৈ আহি এই কনমানি গৰু পোৱালীটোৱে গাঁওখনলৈ অমঙ্গল অনাৰ সম্ভাৱনা দেখা পাইছে। বৰবায়নে কথাটো হয়তো তেনেদৰেই বুজাই দিছে। দুপৰীয়া পেটত ভোক লগাতহে মানুহবোৰে চোতালখন খালি কৰিলে। সাংবাদিকতা কৰা গাঁৱৰ ডেকা জনে পোৱালিটোৰ বিভিন্ন দিশৰ পৰা কেইখনমান ফ'টোও ল'লে। বিবাদৰ এক ক'লা ডাৱৰে যেন জীৱন শইকীয়াৰ ঘৰখন আগুৰি ধৰিলে। জয়মতী আৰু পূৰ্ণিমাই চাদৰৰ আচলেৰে লুকাই লুকাই

চকুপানী মচিলে। মানুহবোৰৰ কাণ্ড-কাৰখানাত মনে মনে গৰিহনা দিয়াৰ বাহিৰে বাপেক পুতেকৰ অন্য কৰিবলগীয়া একো নেথাকিল। কম্পাউণ্ডাৰে চেষ্টা কৰিও পোৱালীটো পোন কৰিব নোৱাৰিলে, তাৰ দুখন মুখৰ এখনো মাকৰ ওহাৰত লগাব নোৱাৰিলে। এক সৰ্বনাশৰ আশঙ্কা ৰাখিথৈ সেইদিনা সন্ধিয়াই পোৱালীটো মৰিল। পোৱালীটোৰ অবিহনে গাইজনীয়ে আকৌ হেম্বেলিওৱা আৰম্ভ কৰিলে। মানুহৰ প্ৰতিবাদৰ সম্ভাৱনা দেখি মৰা পোৱালিটো কলৈকো নিনি শইকীয়াই নিজৰ বাৰীৰ চুকত দকৈ গাত এটা খান্দি পুতি থলে।

ইতিমধ্যে আন্দোলনত ব্যস্ত থকা দুজনমান ল'ৰাই সন্ধিয়াতে আহি শইকীয়াক নামঘৰত হ'বলগীয়া আলোচনালৈ মাতি গ'লহি। ৰাইজ বোলে গোট খাইছেই। তিনি লিটাৰৰ অধিক গাখীৰ উপাৰ্জনৰ আশাত চেচাপানী ধল্লাত পৰিয়ালটো মৰ্মাহত হ'ল। তাতোকৈ মৰ্মাহত হ'ল গাঁওবাসীয়ে নামঘৰৰ সভাখনত আগবঢ়োৱা মতামতৰ কাৰণে। আলোচনাত বৰবায়নেই আগ ভাগ ল'লে। সৰ্বসন্মত সিদ্ধান্ত মতে গাঁওখনৰ এঘৰত দুমুখীয়া গৰু পোৱালী এটা জন্মহোৱাৰ ফলত গাঁওখনলৈ আহিব পৰা অশুভ পৰিণতিৰ অবসান ঘটাবলৈ শইকীয়াই নামঘৰত এখন সবাহ পাতিব লাগিব। নাম প্ৰসঙ্গৰে ভূত-প্ৰেতৰ প্ৰভাৱ নাশ কৰিব লাগিব। আন্দোলনকাৰী ডেকাহতঁৰ সন্মতি পোৱাত সেই সিদ্ধান্তই চূড়ান্ত হ'ল। সপোনে সেই কথাত বিদ্ৰোহ কৰিলেও মাষ্টৰ আৰু জয়মতীয়ে তাক বুজালে যে সমাজখনত মিলি-জুলি থাকিবই লাগিব। গতিকে সংস্কাৰৰ কাৰণে সমাজে নিৰ্দ্ধাৰণ কৰি দিয়া কাম খিনি কৰিবই লাগিব। শুভ দিন এটা চাই নাম প্ৰসঙ্গভাগ পতা হ'ল। শইকীয়াই তাত যিমান ধন ভাঙিলে তাতোকৈ কেবাগুণও খৰছ কৰিবলগীয়া হ'ল বৰবায়নৰ কথামতে নাম প্ৰসঙ্গৰ পিছত যোগান ধৰা অন্ন মুঠিত। সেইটো প্ৰকৃততে গোটেই গাঁৱৰ কাৰণে ডাঙৰ এটা ভোজ হ'ল। আন্দোলনটো চলি থকাত এই ৰাজহুৱা ভোজ-ভাত খোৱাৰ প্ৰস্তাৱ উত্থাপন কৰিবলৈকে মানুহবোৰে সমীহ কৰিছিল। এতিয়া আন্দোলনটো ক্ৰমান্বয়ে শাম কটাযেন দেখি সেইবোৰ আকৌ আৰম্ভ হৈছে। জয়মতীয়ে পূৰ্ণিমাৰ দৰা এটাৰ বন্দবস্ত হ'লে থিতাতে টকাৰ দৰকাৰ হ'বই বুলি ভাবি কাপোৰ বেচি থৈ দিয়া ধন খিনি সমূলাংশে অন্ত কৰিলে।

এই ঘটনাৰ পিচতে জীৱন শইকীয়াৰ চকুৰ দৃষ্টি শক্তি কমি আহিল। স্মৰণ শক্তিও প্ৰায় নোহোৱা হৈ মানুহটো মুজুৰা পৰি গ'ল। এদিন ৰাতি বিচনাত পৰাৰ পিছত তেওঁ চিৰদিনৰ কাৰণে নিদ্ৰামগ্ন হ'ল। সপোনে ভেটি মাটি বন্ধকত দি কৃত-কৰ্ম সমাপন কৰি জ্ঞাতি লগ ল'লে। শইকীয়াৰ অবিহনে সপোনৰ মূৰৰ

ওপৰত বহুত দায়িত্ব পৰিল, অথচ তাৰ সংস্থাপনৰ কোনো উপায় ওলোৱা নাই। অবুজ মনটোত শান্তনা দি মাক আৰু ভনীয়েক জনীক কিবা এটা কৰাৰ আশ্বাস দিলে। তাইঁতৰ চকুৰ আগতে এতিয়া ভেটি-মাটি সকলো ধংস হোৱাৰ উপক্রম হ'ল। বন্ধকত থকা মাটি ডবাৰ পৰা কোনদিনা মহাজনে উলিয়াই দিয়ে তাৰ বিষয়ে ভাবি সপোন বৰ চিন্তান্বিত হ'ল। অবুজ মনটোক বুজনি দি সি তাৰ জীৱনৰ এটা অধ্যায়ৰ, পৰিয়ালৰ এটা অন্ধকাৰ যুগৰ ইমানতে অন্ত পেলাবলৈ সংকল্পবদ্ধ হ'ল। সি নিজৰ বিচাৰ বুদ্ধিৰে এই স্থিতি ল'লে যে এতিয়াৰ পৰা সি যি পদক্ষেপ গ্রহণ কৰিব তাত আবেগ বা অন্ধবিশ্বাসক প্রশ্রয় দিয়া নহ'ব। তাৰ যুক্তি আৰু বিবেকেই হ'ব সি চলাই নিবলগীয়া যানখনৰ একমাত্র ইন্ধন আৰু তাৰ সততাই তাৰ বিবেকক সদায় পৰিচালিত কৰিব।

বহুত জল্পনা-কল্পনাৰ পিছত বাতৰি কাকত খনত সঘনে পাই থকা এখন বিজ্ঞাপনৰ কথা সপোনৰ মনলৈ আহিল। কিবা এটা সি কৰিব লাগিব। চাকৰী পোৱাৰ আশা বহুত আগতেই সি বাদ দিছে, কাৰণ তাৰ যি কোনো চাকৰী পাবলৈ যোগ্যতা থাকিলেও প্রয়োজনীয় সামর্থ নাই। লেখি, ঠেকি আৰু দেখি ইতিমধ্যে সি বহুত কথাই শিকিছে। এতিয়া কোনেও তাক অযথাভাৱে প্রলোভিত বা প্রভাৱান্বিত কৰিব নোৱাৰে। গাঁৱৰ ডেকা শক্তিৰ উদ্যম সি আন্দোলনৰ সময়ত দেখিবলৈ পালে। গঠনমূলক কামত প্রেৰণা যোগালে সিহঁতে হয়তো সহাঁৰি জনাব। সপোনে কেইদিনমান চিন্তা কৰিলে। অৱশেষত সি সেই উদয় ভৰদ্বাজ নামৰ মানুহজনক চহৰত বিচাৰি গ'ল। সমাজ কর্মী উদয় ভৰদ্বাজ বেচৰকাৰী অনুষ্ঠান 'কুদ্ৰাক্ষ'ৰ সভাপতি, যি এখন সৰু খিৰিকিৰে নতুন পোহৰ দেখাৰ সন্ধান দিয়ে। প্রথম চিনাকীতে, সি পঢ়া কলেজখনৰ এখন কর্মশালাত লগ পাওঁতে সপোনৰ ভৰদ্বাজৰ কথাবিলাক বৰ ভাল লাগিছিল। সপোনৰো মন গৈছে মনতে ৰচনা কৰা আঁচনিখনৰ পৰা গাঁওখনলৈ নতুন কর্মপ্রেৰণা আনিবলৈ, গাঁৱে-ভূঞে প্রচলিত কু-সংস্কাৰ বিলাকৰ অন্ত পেলাই মানুহৰ বিবেকক প্রতিষ্ঠা কৰিবলৈ। ইমান এটা ডাঙৰ কাম হাতত ল'বলৈ সি বেচ সাহস কৰিবলগীয়া হৈছিল। সপোনৰ আঁচনিখনৰ কথা শুনি ভৰদ্বাজে তাৰ মনত আশা জগাইছিল, বন্ধহৈ থকা এখন সৰু খিৰিকি খুলি দি পোহৰৰ ৰেঙনি দেখুৱাৰ। ভৰদ্বাজে সপোনক পুণৰ লগ পাই, তাৰ মনৰ দৃঢ়তা দেখি 'কুদ্ৰাক্ষ' কার্য্যালয়লৈ লৈ গ'ল আৰু সেই বেচৰকাৰী অনুষ্ঠানটোৰ এগৰাকী ক্ষেত্র পৰিচালিকা স্বাতী আৰু তেওঁৰ সহযোগী ৰূপমৰ লগ লগাই দিলে। স্বাতীয়ে সপোনৰ আঁচনিখনৰ ভূয়সী প্রশংসা কৰি সেই আঁচনিখন সুন্দৰকৈ সজাই

তুলিলে আৰু তাৰ বাবে প্ৰয়োজন হোৱা জৰীপৰ খৰছ পাতি অনুষ্ঠানটোৰ নিজা পুঁজিৰ পৰা বহন কৰাৰ আশ্বাস দিলে। সমাজৰ কামত অভিজ্ঞতা আহৰণ কৰা স্বাতীয়ে জানে যে কোনো কামত স্বনিয়োজিত হ'বলৈ হ'লে আঁচনিখন নিজৰ মনৰ পৰা ওলালেহে বেচি সফলতাৰ মুখ দেখিব পাৰি।

ইতিমধ্যে আন্দোলনটোৰ প্ৰায় অন্ত পৰিল। এইবাৰ আৰম্ভ হ'ল এটা নতুন প্ৰচেষ্টা। সমাজখন স্বাবলম্বী কৰাৰ, সমাজত মানুহক প্ৰতিষ্ঠা কৰাৰ। সময়ৰ অপব্যৱহাৰ নকৰি সপোন, স্বাতী আৰু ৰূপম কামত লাগি গ'ল। জয়মতী আৰু পূৰ্ণিমায়ো সেই কামত যৎপৰোনাস্তি সহায়ৰ হাত আগ বঢ়ালে। বছৰত মাথোন এবাৰ শালি খেতি কৰি গাঁওবাসীয়ে পেলাই থোৱা বহল, মুকলি পথাৰখনত আৰু ৰঙা নদীৰ বাকৰিত গাঁৱৰ ডেকা শক্তিৰদ্বাৰা বৈদ্যুতিক পদ্ধতি আৰু উন্নত যন্ত্ৰ পাতিৰে ৰবি শস্য উৎপাদনৰ আঁচনি লোৱা হ'ল। তাৰবাবে মাটিৰ মালিকসকলক দহ শতাংশ লাভংশ দি মাটি খিনি ছমাহৰ বাবে 'লিজত'ত লোৱা চুক্তি কৰা হ'ল। প্ৰথমে মালিকসকলে তাত সঁহাৰি জনাব খোজা নাছিল যদিও ঘৰতে বহি থাকি লাভাংশ পোৱা আৰু মাটি সময়ত ঘূৰাই পোৱাৰ পূৰ্ণ আশ্বাস পোৱাৰ পিচত সকলোৱে সন্মতি জনালে। গাঁৱত অবাবত আড্ডা মাৰি সময় কটোৱা, আন্দোলন বুলিলেই জপিয়াই পৰা, ভোজ-ভাত খাবলৈ আশা কৰি বহি থকা ডেকা বিলাকৰ লগত সভা-সমিতি পাতি কথাবিলাক বুজাই দিয়া হ'ল। বহুত বাক-বিতণ্ডা আৰু আশা-নিৰাশাৰ পিছত একাংশ ডেকা, গাভৰু কাম কৰিবলৈ আগবাঢ়ি আহিল। বৰবায়নৰ দৰে ব্যক্তিসকলৰ মুখৰ মাত হৰিল। লিজত লোৱা মাটিৰ বাহিৰেও ৰঙা নদীৰ পাৰত ছন পৰি থকা, মালিকি স্বত্ব নোহোৱা মাটি বিলাকৰো তথ্য সংগ্ৰহ কৰা হ'ল। অৱশেষত ত্ৰিশজন ডেকা গাভৰুৰে 'ৰঙানদী আত্ম নিৰ্ভৰশীল দল' নামেৰে এটি সংস্থা পঞ্জীভূত কৰা হ'ল। কুন্দ্ৰাক্ষৰ প্ৰশংসা পত্ৰ মতে স্থানীয় গাঁৱলীয়া বেঙ্কে পাঁচখন 'পাৱাৰ টিলাৰ' আৰু দহটা বৈদ্যুতিক পাম্পচেট দিবলৈ আগবাঢ়ি আহিল। মনৰ দৃঢ়তা আৰু অবিৰত চেষ্টা যে পুৰস্কৃত নোহোৱাকৈ নেথাকে সেই কথা সপোনে সকলোৰে আগত আদৰ্শ হিছাপে দাঙি ধৰিলে। পাঁচশ বিঘা মাটিত সাৰ পানী পোৱা শস্যৰ নদন বদন ৰূপ দেখি গাঁওৰ বাইজে তবধ মানিলে। এই উপাৰ্জনৰ পথত তলা মাৰি থৈ তেওঁলোকে ইমান বছৰে নিজৰ কিমান অনিষ্ট কৰিলে সেই কথা উপলব্ধি কৰি হাঁয় হাঁয় কৰিলে। উচিত দৰত চপাবলগীয়া শস্যখিনি বজাৰত দিবলৈ বজাৰৰ ব্যৱস্থাও 'কুন্দ্ৰাক্ষ'য়েই কৰিলে।

ফুলি থকা সৰিয়হ ডৰাৰ মাজত ঠিয় হৈ সপোনে ভাবিছে, সকলো ভালে ভালে গ'লে এইবাৰ সি তাৰ মাটি খিনি বন্ধক মুক্ত কৰিব পাৰিব। দুবছৰ মানৰ পিছত সি হয়তো এডৰা খেতি মাটি নিজৰ নামত কিনিব পাৰিব। অৱস্থা ঠন ধৰি উঠিলে পূৰ্ণিমাৰ বিয়াখন পাতিব পাৰিব। তাৰ মনলৈ এই প্ৰথম বাৰৰ কাৰণে এটা লাজ লাজ ভাব আহিল, কাৰণ সি ভাবিলে, তাৰো সংসাৰখন পাতিবলৈ হয়তো বহুত বছৰ বাট চাই থাকিব নেলাগিব।

অনাগত ভৱিষ্যতৰ সপোন দেখি থাকোতেই কোনোবাই পিছফালৰ পৰা মনে মনে আহি সপোনৰ চকু দুটা মুদাই ধৰিলে। সপোনে কোন কোন বুলি সুধিলে যদিও কোনো সহাঁৰি নেপালে। সি খেপিয়াই চালে—ছোৱালীৰ হাত, কোন হ'ব পাৰে বাৰু? সি এইবাৰ নিশ্চিত হ'ল। ধমকণিৰ সুৰত ক'লে—'ধেৎ বদ্মাচি, এৰি দে।' হাত দুটা গুচাই পূৰ্ণিমাই খিল্ খিল্কৈ হাঁহি হাঁহি ক'লে—'দদা মই ভাৱিছিলো তই 'স্বাতী' বুলিহে ভাবিবি। সপোনে মাটিৰ পৰা দলি চপৰা এটা বুটলি সৰিয়হ দৰাৰ মাজেৰে পূৰ্ণিমাক খেদি গ'ল। দুয়ো বাগিমাৰি দৌৰি থাকোতেই দেখিলে সৰিয়হৰ গছবোৰ নিৰলাই দিবলৈ গাঁৱৰ ডেকা-গাভৰুহঁত আহি সন্মুখত ঠিয় হ'লহি। তেওঁলোকৰ পিছে পিছে কিছু দূৰত স্বাতী আৰু ৰূপম। ৰঙা নদীৰ সিপাৰৰ গাঁওখনৰ মুখিয়াল মানুহ কেইজনমানক নাৱত পাৰ কৰি লৈ আনিছে ৰঙানদীৰ যুৱক সমাজে আৰম্ভ কৰা সেউজবিপ্লৱৰ উমান ল'বলৈ। ফৰকাল বতৰত এই কৰ্মময় দিনৰ শুভাৰম্ভ হোৱৰ লগে লগে নতুন দিনৰ সুবাস কাষৰ গাঁৱলৈকো বাগৰি গ'ল। নব-প্ৰজন্মই জাগৰণৰ পাতনি মেলিলে ৰঙানদীৰ পাৰতে। ❑

# অবাঞ্ছিত অতিথি

মানুহৰ ঘৰলৈ আলহী অহাটো কোনো নতুন কথা নহয়। অপ্ৰত্যাশিতভাৱে এজন আলহী অহাটোতো একো নতুনত্ব নাই। কিন্তু অবাঞ্ছিত হ'লে আলহী আমনিদায়কো হ'ব পাৰে। মধ্যবিত্ত পৰিয়ালৰ মানুহ বিলাকৰ ঘৰত আপোনভাবৰ আদৰ-আশ্বাস বেছি পোৱা বাবেই হয়তো আলহীৰ আহ-যাহ অলপ বেছি। এইখন চহৰৰ সাধাৰণ চৰকাৰী চাকৰিয়াল যতিন বৰাৰ ঘৰখনো ইয়াৰ ব্যতিক্ৰম নহয। কুৰি বছৰ পাৰ হোৱা বিবাহিত জীৱনত মালতিয়ে বহুত আলহীক আদৰ-সাদৰেৰে ৰান্ধি-বাঢ়ি খুৱাইছে। আজিৰ দৰে আলহী এজন কিন্তু এইখন ঘৰে কোনো দিনেই কামনা কৰা নাছিল।

দোভাগ নিশা হ'ল। চকুলৈ টোপনি অহাই নাই। নাভাবো বুলি ভাবিলেও সেই একেটা কথাই তাইৰ মনলৈ বাৰে বাৰে আহি আছে। প্ৰকৃততে মানুহজননো কোন হ'ব পাৰে? ধুমুহাৰ দৰে আহিল আৰু গ'ল। তেওঁ ঘৰ ভুল কৰি কিয় ইয়াত সোমালহি। সন্ধিয়া বৰষুণজাক অহাৰ আগমুহূৰ্ত সকলো পথচাৰীৰ ঘৰলৈ ওভতাৰ কাৰণে হুৱামূৰা-দৌৰাদৌৰি লগাৰ সময়। মানুহজন এইখন চহৰলৈ নতুনকৈ অহা বুলি ক'লে। সেই মুহূৰ্তত কোনোবা এজনক মলিন বৰাৰ ঘৰ দেখুৱাই দিবলৈ অনুৰোধ কৰিলে ভুলতে নামটো যতিন বৰা বুলি শুনি তেওঁলোকৰ ঘৰটোকেই দেখুৱাই দিয়া অসম্ভব নহয়। মালতিৰ খঙো উঠিল। খং উঠিল এইকাৰণেই যে কিছুমান মানুহে ব্যভিচাৰৰ সমাজখনত সকলো মানুহক একেই বুলি ভাবে নেকি? মলিন বৰা বোলা মানুহজনৰ ওপৰতো মালতিৰ খং উঠিল। এনেকুৱা মানুহ বিলাক ঘৰৰ কাষত থাকিলে প্ৰতিবেশীয়েও অপমান পাব লাগে। তেনে কত খন ডাক্তৰৰ গাড়ী মলিন বৰাৰ ঘৰলৈ অহৰহ অহাযোৱা কৰে। তাৰ কোনে হিচাপ ৰাখিছে। কিন্তু এখন গাড়ীৰ আকস্মিক আগমনেই যতিন বৰাৰ পৰিয়ালত যথেষ্ট প্ৰভাৱ পেলাইছে।

সন্ধিয়াৰ কথাবিলাকেই মালতিক আমনি কৰি আছে। সেই সময়ৰ ঘটনাটো আকৌ তাইৰ মনলৈ আহিল। দিম্‌লাইটৰ পোহৰত থৰ লাগি ওপৰমুৱাকৈ ঘৰৰ চিলিঙত দৃষ্টি নিক্ষেপ কৰি তাই কথাবিলাক ভাবিবলৈ ধৰিলে...।

বতৰটো ক্ৰমান্বয়ে গোমাহৈ আহিছে। বৰষুণ এজাক হয়তো সোনকালেই আহিব। ডাৱৰ থকা কাৰণেই গুম্‌গুমীয়া গৰম এটা উঠিছে। দুয়োটা প্ৰাণী ঘৰত নাই। অফিচৰপৰা আহিব লগাজনৰটো দেখাদেখি নাইয়েই, এই সন্ধিয়াপৰলৈ জুৰিও ঘৰ পোৱাহি নাই। এই বিলাক কথা ভাবি গুনিয়েই মালতিয়ে আস্থিৰভাৱে বাহিৰ ভিতৰ কৰি আছিল। লাহে লাহে পৃথিৱীলৈ অন্ধকাৰ নামি আহিছে। এচাটি ধুলিৰ বতাহো যেন আৰম্ভ হৈছে। দিনটো ঘৰখনৰ গোটেই কাম-বন কৰি এইকন সময়েই আজৰি পায় অথচ কথা এষাৰ পাতিবলৈ এইসময়ত লগ এটা নাই। জুৰিয়ে টিউচনটো লগাই লোৱাৰপৰা মালতিৰ চিন্তাও বাঢ়িছে। গাভৰু ছোৱালী এজনীক পাঁচ কিলোমিটাৰ দূৰত টিউচনৰ ক্লাচ কৰিবলৈ চিটি বাচত পঠিয়াই দি কোন মাকনো শান্তিত থাকিব পাৰে? তাতে সন্ধিয়া সময়ত, দিন কালো ভাল নহয়। সময় পাৰ হোৱাৰ লগে লগে মালতিৰ চিন্তা বাঢ়িছে। বৰষুণ পৰাৰ আগতে দুয়োটা মানুহ ঘৰ পালেহিয়েই হয়। মানুহজনেও আজি অন্য দিনাতকৈ বেছি দেৰি কৰিছে। কি কৰিব কি নকৰিব ভাবি গুণি ড্ৰইং ৰুমটোতে ইফাল সিফাল কৰি থাকোঁতে দেখিলে খোলা খিৰিকি খনেদি যেন ফাগুনৰ বতাহৰ লগতে ধূলিও ঘৰৰ ভিতৰ সোমাইছে। গৰম লাগিলেও খিৰিকিখন বন্ধ কৰি দিয়াই ভাল হ'ব। হঠাতে ধুমুহাও আহিব পাৰে। ধুমুহাটো বাদেই, এইকণ বতাহতে কাৰেণ্টো যাব পাৰে। ইতিমধ্যে ঘৰৰ ভিতৰখন আন্ধাৰে প্ৰায় আবৰি পেলাইছে। লাইটটো জ্বলাই দি মালতিয়ে টৰ্চটো লগত ৰখা ভাল বুলি ভাবি আনিবলৈ ভিতৰলৈ যাবলৈ ওলাওঁতেই কুটুংকৈ গেটখন খোলাৰ শব্দ শুনিলে। খন্তেকৰ কাৰণে তাই যেন নিশ্চিন্ত হ'ল। হওকতেওঁ বাপেক-জীয়েকৰ কোনোবা এজন আহিছে। খিৰিকিৰ পৰ্দাখনেৰে ভুমুকিয়াই চাই তাই দেখিলে ঘৰৰ সমুখত মাৰুতী গাড়ী এখন ৰখাই এজন মানুহ বেগাবেগিকৈ সোমাই আহিছে। মালতি বৰ অস্বস্তিত পৰিল। তাই আগ্ৰহেৰে বাট চাইছে অফিচৰপৰা আহিবলগা স্বামী আৰু জুৰিৰ কাৰণে, কিন্তু আহিছে অন্য এজন। চিন্তা আৰু বিৰক্তিত তাইৰ মনটো কোচ খাই গৈছে। এই সময়ত আৰু আলহীক মাতবোল কৰিবৰ মন যোৱা নাই।

মানুহজন আহি বাৰান্দাৰ কাষ পালেহিয়েই। ইতিমধ্যে কলিং বেল বাজিল। চকি আৰু টেবুলখন সামান্য থিক্-থাক্ কৰি তাই ভিতৰৰ কোঠালৈ গ'ল। শাৰিৰ আচঁলটো সোঁহাতৰ বাউসীৰ ওপৰেদি বুকুলৈকে টানি লৈ তাই পুনৰ ড্ৰইং ৰুমলৈ ওলাই গ'ল। ইতিমধ্যে ভদ্ৰলোকে ড্ৰইংৰুমৰ দুৱাৰ খন খুলি ভিতৰলৈ আহি আসন গ্ৰহণ কৰিছেই। কলিংবেল টিপাটো যেন এটা

আনুষ্ঠানিকতাহে মাত্র। মালতি সোমাই অহা দেখি ভদ্রলোকে ঠিয়হৈ নমস্কাৰ দি পুনৰ আসন গ্ৰহণ কৰিলে। মানুহজনক আগতে কোনো দিনে দেখা মালতিৰ মনত পৰা নাই। কিন্তু তেওঁ কথা আৰম্ভ কৰি নিজেই চিনাকি দিয়া আৰম্ভ কৰিলে। বৰা ডাঙৰীয়াক মাত এষাৰ লগাই যাওঁ বুলি আহিলো। মই ডঃ পুলকানন্দ হাজৰিকা। আপোনালোকৰ প্ৰতিবেশী বুলিয়েই ধৰিব পাৰে। ইয়াৰপৰা আধা কিলোমিটাৰ দূৰৰ 'দুৰৰা নিলয়'ৰ এটা ফ্লেট অলপতে কিনিছো। বহুত হিচাপ-নিকাচ কৰি দেখিলো চাহ বাগানৰ ডাক্তৰ হৈ থাকি গাঁৱলীয়া ঠাইত জীৱনটো কটোৱাতকৈ টাউনতে থাকি প্ৰেক্টিচ কৰিলে পৰিয়ালটো ভালকৈ চলাব পাৰিম।

কথাৰপৰা মানুহজন হলহলীয়া যেন লাগিল। তেওঁ সময় আৰু বতৰৰ কথা আওকান কৰি অনৰ্গল কৈ গ'ল। বৰা ডাঙৰীয়া নাই নেকি? ভাবিলো চিনাকিও হওঁ আৰু সৰু লেঠা এটাও আছিল সেই বিষয়েও উনুকিয়াই যাওঁ। মালতিয়ে তাইৰ সাময়িক চিন্তাৰ কথা থুলমূলকৈ মানুহজনক ক'লে। ইতিমধ্যে ঘৰৰ টিঙত দুই এটোপাল বৰষুণ পৰাৰ শব্দ হৈছে। বতাহজাকও ক্ৰমান্বয়ে বাঢ়িছে।

বৰা অফিচৰপৰা আহি পোৱা নাই বুলি জানি মানুহজন হুৰমুৰকৈ যাবলৈ উঠিল। বৰষুণজাক আহিব, মই যাওঁয়েই আজিলৈ। কাইলৈ আকৌ আহিম। ৰবিবাৰ যেতিয়া বৰা ডাঙৰীয়াকতো ঘৰত পামেই চাগে। মালতিয়ে অলপ সকাহ পালে। ভদ্ৰতাৰ খাতিৰত চাহ একাপ খাই যাবলৈ ক'বলৈকো তাইৰ মন নগ'ল। পিচ মুহূৰ্ততে মানুহজন থিয়হৈ নমস্কাৰ এটা কৰি মালতিক ক'লে— বাইদেউ চিনাকি হ'বলৈনো কি খালী হাতে আহিম বুলি অকনমান কিবা এটা লৈ আহিছো। 'ইয়াতে থলো' বুলি টেবুলখনৰ ওপৰত টোপোলা এটা থৈ মানুহজন সোঁ-সোঁকৈ ওলাই গ'ল। মালতিয়ে ভাবিলে এইটো চাহ-বাগিচাত কাম কৰা মানুহৰ নিয়ম নেকি? মানুহজনৰ কাণ্ড-কাৰখানাই মালতিক বিমূঢ় কৰিলে। বিপদতে বিপদ। মালতিয়ে ৰবচোন বুলি ক'ব খোজা কথাটোও যেন ডিঙিতে সোপামাৰি ধৰিলে। টোপোলাটো থৈ মানুহজন হুৰমুৰকৈ বাহিৰলৈ ওলাই গৈছে।

বাহিৰত গাড়ী ষ্টাৰ্ট কৰা শব্দটোতহে যেন মালতিয়ে উশাহ ঘুৰাই পালে। এজন অচিনাকী আলহীয়ে থৈ যোৱা টোপোলাটো চোওঁ নোচোওঁকৈ নি তাই ভাত খোৱা টেবুলত থলে। সামৰি সুতৰি থবৰ কাৰণে নহয়। কোনোবাজন বাহিৰৰপৰা আহি প্ৰথম ড্ৰইং ৰুমটোয়েই পায়হি। তাৰপৰা যেন টোপোলাটো

গুচাই থব লাগে। কিং কৰ্তব্য বিমূঢ় হৈ তাই জুৰিৰ কথা চিন্তাকৰি আকৌ বাহিৰলৈ ওলাই আহিল। মালতিক সকাহ দি জুৰিও বাহিৰৰপৰা দৌৰা-দৌৰিকৈ সোমাইছেহি।

উস্ ভাল বাচিলো বৰষুণ জাকৰপৰা। 'মা, দেউতা অহাই নাই নেকি?' আহিয়েই জুৰিয়ে তাইৰ কোঠালৈ সোমাই গ'ল। তাই ঘৰখনৰ একমাত্ৰ সন্তান। এতিয়াও যেন কেচুৱা হৈয়ে আছে। মাকে তাইক কিবা এটা কোৱাৰ আগতেই বৰষুণ জাক হুৰ্‌হুৰ্‌কৈ নামি আহিল। ঘৰৰ টিণৰ ওপৰত ডবাপিটা শব্দ হৈছে। লগে লগে কেচা মাটিৰ গোন্ধ এটাও আহি নাকত লাগিছে। জুৰি অহাৰ পিচত এটা চিন্তা দূৰ হ'লেও মালতি চিন্তামুক্ত হ'ব পৰা নাই। অপ্ৰত্যাশিতভাৱে মানুহজনৰ আগমন আৰু থিতাতে কৰা তেওঁৰ কাৰ্য-কলাপে মালতিৰ মনটো আৰু গধূৰ কৰি তুলিলে। জুৰিয়ে মুখ-হাঁত ধোৱে মানে মালতি চাহ-জলপানৰ বন্দবস্তত লাগিল। সদায় ভোকত তাই অস্থিৰ হৈ আহে, এই কথা মাকে জানে।

যতিন বৰাৰ ঘৰত অচিনাকী ভদ্ৰলোকৰ আগমনতকৈও এটা অচিনাকী টোপোলা সোমোৱাটো সম্পূৰ্ণ আচহুৱা কথা। এনে কাণ্ড-কাৰখানা মালতিয়ে বিশ বছৰীয়া জীৱন কালত দেখা নাই। কেৰানী চাকৰীত কলম খুচি খুচিয়েই মানুহজনে জীৱন কটাই এতিয়া কোনোমতে চুপাৰিণটেণ্ডেণ্ট হৈছেহি। দৰমহাৰ বিনিময়ত দিবলগাতকৈও বেচিকৈ কাম কৰি ওপৰওৱালাৰ প্ৰিয় পাত্ৰ হৈছে। গাঁৱৰ পৈত্ৰিক সম্পত্তিৰ ভাগবতৰাত ভায়েকহঁতৰ লগত কাজিয়া পেচাল নকৰি টাউনত সৰুকৈ হ'লেও এটা ঘৰ তৰি শান্তিত আছে। এইজন মানুহৰ অভাৱ থাকিলেও আক্ৰোশ নাই। অফিচৰ বাহিৰে ভিতৰে, সমাজৰ কাজ-কৰ্মত, বজাৰ-সমাৰত বৰাৰ প্ৰতি মানুহৰ এটা শ্ৰদ্ধাৰ ভাব আছে। এনে এজন মানুহৰ ঘৰলৈ কোনো লোকে কামৰ স্বাৰ্থত ভেঁটী লৈ আহাৰ কথা মালতিৰ মনলৈকো আহিব পৰা নাই। ইমানদিনে তাই যতিন বৰা বোলা মানুহজনৰ লগত জীৱন কটাইছে। আদৰ্শ, নীতি-নিয়মেই যেন বৰাৰ জীৱনৰ মূলমন্ত্ৰ। মালতিও সেই ব্যৱস্থাত খাপ খাই পৰিছে। আগৰ দিনৰ এজন শিক্ষকৰ ছোৱালী হিচাপে তাই তেনেকুৱা এখন ঘৰতে ডাঙৰ দীঘল হৈছিল। সেই আক্ৰোশী ভায়েকহঁতৰ লগত বাক-বিতন্দা নকৰি সম্পত্তিৰ মোহ এৰি চহৰলৈ গুচি আহাৰ কাৰণে তাইয়েই গিৰিয়েকক প্ৰেৰণা যোগাইছিল। আৰু থকাখিনিতকৈ বেচিৰনো প্ৰয়োজন কি? এজনী ছোৱালী, তাইক বিয়া দিলেই লেঠা শেষ। ইতিমধ্যে ঘৰ সজাৰ কাৰণে চৰকাৰৰপৰা লোৱা আগধনো প্ৰায় পৰিশোধ কৰা হৈছে।

কথাবিলাকে মনটো তল ওপৰ লগাই থাকোঁতেই জুৰিৰ চিঞঁৰত মালতি চক্ খাই উঠিল। 'অ'মা আজি মামা আহিছিল নেকি?' খোৱা টেবুলৰ ওপৰত তালি-টোপোলা দেখি তাইৰ তেনে এটা ধাৰণাই হ'ল। সামৰিক বাহিনীত কামকৰা মোমায়েক চুটীত আহিলে একমাত্ৰ ভাগিনীয়েক জুৰিলৈ বহুত কিবা কিবি আনে। মালতি হতভম্ভ হ'ল। জুৰিয়ে ইতিমধ্যে এটা ডাঙৰ মিঠাই মুখত ভৰাই কাগজৰ বাকচৰপৰা নতুন চাৰ্টটো উলিয়াই ঘূৰাই পকাই চাইছে। জুৰিয়েযে তেনে এটা কাণ্ড হঠাতে কৰি পেলাব মাকেও ভবা নাছিল। মালতিৰ খং গৈ মূৰৰ চুলি পালেগৈ-— খালি খালি তই— কি কাণ্ড কৰিলি? সেইবিলাক আমাৰ ঘৰৰ বস্তু নহয়। ভুলতেহে আমাৰ ঘৰত দিছে। মালতীয়ে সংক্ষেপতে জুৰিক বুজাই দিলে যে কাষৰ স্বাস্থ্য বিভাগৰ নিম্ন বৰ্গৰ সহায়ক মলিন্ বৰাৰ ঘৰ বুলি ভুলতে যতিন বৰাৰ ঘৰত ডাক্তৰজনে টোপোলাটো থৈ গ'ল। ইতিমধ্যে জুৰিয়ে প্ৰথম মিঠাইটো শেষ কৰি দ্বিতীয়টোলৈ হাত মেলিছিলেই। মালতিয়ে তাইক বাধা দি টোপোলা-টাপলিখিনি আকৌ আগৰ দৰে বান্ধি থবলৈ চেষ্টা কৰিলে। জুৰিৰ মনটো সেমেকি গ'ল। এক অপৰাধীৰ ভাবত তাই থৰ লাগি ৰল।

জুৰিক চাহকাপ দিয়ে মানে বৰা জুৰুলী-জুপুৰী হৈ ঘৰ সোমাইছেহি। মানুহজনৰ অৱস্থা দেখি মাক-জীয়েকৰ পুতৌ জন্মিল। দেৰি হোৱাৰ কোনো কাৰণ দৰ্শাবলৈ বৰাই চেষ্টা নকৰিলে। অফিচৰ কাম আজি বেচি হ'ল। হয়তো চুটীত থকা অন্যৰ টেবুলো চম্ভালিব লগা হৈছে। এইবিলাক কথা দেখি শুনি পৰিয়ালৰ সকলো অভ্যস্ত হৈছে। মূৰটো মচিবলৈ মালতিয়ে গামোচাখন আনি দিলে। জুৰিয়ে দেউতাকৰ তিতি থকা মূৰৰ তপা অংশৰপৰা হাতেৰে পানী গুচাই দি দেউতাকৰ বিলাই দেখি মৰম কৰাৰ লগতে নিজেও আদৰ বিচাৰিলে। মালতিয়ে ক'লে— তিতা কাপোৰবোৰ বেগতে সলাই আহক, ভোকত চাগে পেট শুকাইছে।

মালতিৰ বুকুখন দুৰু দুৰু কঁপি আছে। কথাটো গিৰিয়েকক কি বুলি ক'ব আৰু কেতিয়া ক'ব। টোপোলাকেইটা সামৰি তাই এচুকত থলেগৈ। গিৰিয়েক যাতে তিতিবুৰি, ভোকে পিয়াহে আহি পোৱা অৱস্থাতে এইবিলাকত সোমাব-লগীয়া নহয়। জুৰিকো কথাটো এতিয়াই নুলিয়াবলৈ তাই চকুৰে ইংগিত দিলে। জুৰিয়ে কৰা কাণ্ডটোত মালতিৰ ভাল নেলাগিল। তাই মাকক নোসোধাকৈয়ে মিঠাইটো মুখত ভৰাব নেলাগিছিল। কথাটো কিদৰে বৰাক ক'ব সেই কথাটো মালতিয়ে ভাবি পোৱা নাই। জীৱনত কেতিয়াও ব্যক্তিগত লাভালাভৰ দায়্দৰ

কৰি ৰাজহুৱা কাম নকৰা মানুহজনে এনে কথা ভাল নাপাবই। অৱশ্যে বৰাৰ সন্মুখত এই প্ৰথম পৰীক্ষা। বৰাই ভেঁটী গ্ৰহণ কৰেনে নকৰে সেয়া পিচৰ কথা। মালতিয়ে জনামতে আজিলৈকে তেওঁৰ ওপৰত কোনেও অযথা প্ৰভাব পেলাবলৈ বিচৰাই নাই। হয়তো বৰা মানুহজনৰ স্বভাব-চৰিত্ৰ সমাজত সকলোৰে জ্ঞাত কাৰণেও তেনে প্ৰভাৱ তেওঁৰ ওপৰত পৰা নাই।

চাহজলপান আগবঢ়াই দি মালতিয়ে ক'লে এতিয়া ভাত খাবৰে হ'ল, ইমান দেৰি কৰিলা। বৰষুণ দিব খোজা দেখিতো অকমান আগতীয়াকৈ আহিব পাৰা। গতানুগতিকভাৱে বৰাই দেৰি হোৱাৰ কাৰণ দৰ্শালে। যিজন কৰ্মচাৰীয়ে কাৰ্য্যালয়লৈ দেৰিকৈ গৈ কেতিয়াও কাৰণ দেখুৱাবলগীয়া হোৱা নাই, সেই একেজন মানুহে দেৰিকৈ ঘৰলৈ উভতি আহিলে পত্নীৰ ওচৰত জবাবদিহি হ'ব লাগে। ইয়াত কিন্তু বৰাৰ আপত্তি নাই। তেওঁ জানে এয়াই পত্নীৰ মৰমৰ দাবী। মালতিয়ে প্ৰথমে জুৰিৰ প্ৰসঙ্গই উত্থাপন কৰিলে। গাভৰু ছোৱালী, টিউচনৰপৰা ঘৰ আহি পাওঁতে গধূলি হয়। আজিকালি মালতিৰ লগত যাওঁতেও ডেকা ল'ৰা বিলাকে জুৰিলৈ বেলেগ দৃষ্টিৰে চায়। কেবামাহৰপৰা তাই যেন থন্ ধৰি উঠিছে। চকু-মুখ সকলোতে যেন এটা উজ্জ্বলতা আহিছে। বিয়া-বাৰুত তাইৰ সৌন্দৰ্যৰ বিষয়ে মানুহে কোৱা-কুই আৰম্ভ কৰিছে। পাৰে যদি বেলেগ এজন শিক্ষক চাব লাগে, যাতে আবেলি সময়তে তাই আহি ঘৰ পাইহি। ইতিমধ্যে এইজন শিক্ষকে অহামাহৰপৰা আৰু এশ টকা বঢ়াই দিব লাগিব বুলি জুৰিক কৈ পঠিয়াইছে।

বৰাই এটা মাথোন হুমুনিয়াহ কাঢ়িলে। কিছুমান মানুহৰ ধনৰ প্ৰতি আক্ৰোশৰ কথা বৰাই কাৰ্য্যালয়ত কামকৰি সদায় দেখি আহিছে। শিক্ষক সকলো পিচপৰি থকা নাই। পাঁচজনী ছোৱালী একেলগে পঢ়াই মাহে ৩০০ টকাকৈ লৈও শিক্ষকজনৰ লোভ শেষ হোৱা নাই। টিউচন এটা নিদিলেও উপায় নাই। প্ৰয়োজনতকৈও আজিকালি এইটো নিয়মতেই যেন পৰিণত হৈছে। টিউচন পাবলৈকে হয়তো বহুতো শিক্ষকে শ্ৰেণীত ভালকৈ পঢ়োৱা নাই।

এইবাৰ মালতিয়ে ডাক্তৰজনৰ কথা উত্থাপন কৰিলে। চাহকাপ মুখতদি বৰাই নিৰলে শুনি গ'ল। কথাখিনি শুনাৰ লগে লগে বহুত ভাবে হয়তো তেওঁৰ মনত তোলপাৰ লগাইছে। চাহকাপ শেষকৰি তেওঁ মাথোঁ ক'লে— সেইবোৰ বস্তু মলিন বৰাৰ ঘৰলৈ পঠিয়াই দিয়া। নিশ্চয় ঘৰ ভুল কৰিয়েই ইয়াতে থৈ গ'ল। কালিলৈ আৰু মানুহজন নিশ্চয় ইয়ালৈ নাহে—সঠিক ঠিকনাতে তেওঁ সোমাবগৈ। মালতিৰ ধাৰণাৰ লগত বৰাৰ মততো মিলি গ'ল। তাইও যেন

এটা সমাধানৰ পথ পালে। কিন্তু কাপোৰৰ টোপোলাটো পঠিয়াই দিব পাৰিলেও মিঠাই খিনিটো দিব নোৱাৰি। পেকেটটো খুলি জুৰিয়ে এটা মিঠাই খাইয়েই দিলে। কথাটো জানিব পাৰি বৰা হতভম্ব হ'ল। মালতিলৈ কিছুসময় থৰ লাগি চাই থাকিল আৰু আকৌ এটা দীঘল হুমুনিয়াহ কাঢ়ি পৰাজয়ৰ মনোভাবেৰে চকিখনৰপৰা উঠি গ'ল। বৰাক আজি বৰ ক্লান্ত যেন লাগিছে। তেওঁ যেন কথা নকবলৈ পালেই ভাল পাব। কথাষাৰে বৰাক কেনেকৈ আঘাত কৰিলে মালতিয়ে বুজিলে, তথাপি ভদ্ৰতাৰ খাতিৰতে মানুহজন কালিলৈ আহি খুজি নিয়াৰ আগতেই কাপোৰৰ টোপোলাটো মলিন বৰাৰ ঘৰলৈ পঠিয়াই দিব পাৰিলে তাইও শান্তি পাব।

দেওবাৰৰ পুৱাটোত সাধাৰণতে ঘৰখনত সকলোৰে মনবোৰ মুকলিহৈ থাকে। ছদিনৰ কৰ্মৰ বিৰতিত এদিনৰ ছুটীৰ আৰাম বৰ আমোদজনক। মালতি ঘৰৰ চাফ-চিকুনৰ কামত লাগে। জুৰিয়েও পৰীক্ষা সংক্ৰান্ত প্ৰয়োজন নহ'লে কিতাপ পত্ৰত হাত নলগায়। মাজে মাজে মাকক কামকাজত অকনমান সহায় কৰিও দিয়ে।

বৰাই বজাৰত এপাক মাৰি বাচি বাচি ভাল চাই মাছ অকনমান আৰু শাক-পাচলি দুটামানকে আনে। যোৱাৰাতিৰ বৰষুণজাকৰ পিচত আজি পুৱাৰে পৰা বতৰটো ফৰকাল। দেওবাৰৰ দিনটোত বতৰ ফৰকাল হ'লে সকলোৰে আনন্দ হয়। বজাৰলৈ ওলাই গ'লে বিভিন্ন মানুহ-দুনুহক লগ পাই দুই-চাৰিযাৰ সুখ-দুখৰ কথা পাতিব পাৰি। তথাপি আজি বৰা বজাৰলৈ যোৱা নাই। কিয় যোৱা নাই কাকো কোৱা নাই। কবৰ প্ৰয়োজনো হোৱা নাই। বহুতো অকথিত কথা মানুহে হৃদয়েৰে উপলব্ধি কৰে। মাছৰ কথা ওলাওঁতে বেপাৰীয়ে আনিলে ঘৰতে ল'ব বুলি ক'লে। হয়তো টোপোলাটো নিবলৈ ডাক্তৰজন আহিলে কিবা অথন্তৰ ঘটিব পাৰে বুলি বৰা ঘৰতে আছে। মাকে জীয়েকে কথাটো আলোচনা কৰিছে যদিও মুখ খুলি বৰাক একো ক'বলৈ সাহ কৰা নাই। মালতিৰো কাম-বনত মন বঢ়া নাই। বাৰে বাৰে পদুলি মুখলৈ চাইছে। হয়তো ডাক্তৰজন আহি কালিৰ ভুলৰ কাৰণে ক্ষমা বিচাৰিব। ভদ্ৰভাৱে হয়তো টোপোলাটো বিচৰাৰ সেইটোৱেই একমাত্ৰ উপায় হ'ব। কাপোৰৰ টোপোলাটো মলিন বৰাৰ ঘৰলৈ পঠিয়াই দিয়াৰ কোনো উপায় মালতিয়ে বিচাৰি পোৱা নাই। মিঠাইৰ টোপোলাটো? কথাটো ভাবিয়েই মালতিৰ নিজকে এজন প্ৰৱঞ্চক যেন লাগিল। মলিন বৰাই মিঠাইৰ টোপোলাটো পালেনে নাই ডাক্তৰে হয়তো গমেই নাপাব। অথচ তেওঁ নিজৰ স্বাৰ্থ সেইজন পথভ্ৰষ্ট কৰ্মচাৰীৰপৰা আদায় কৰি ল'ব। এই ভাব বিলাকে বৰ খেলি-মেলি সৃষ্টি কৰাত মালতিয়ে বৰ অস্বস্তি পাইছে।

অৱশেষত দহমান বজ্ৰাত গাড়ীখন বৰাৰ পদূলিতে ৰ'লহি। মালতিৰ বুকুখন দুৰু দুৰু কঁপি উঠিল। এতিয়াবা কি পৰিস্থিতি হয়। শোৱনী কোঠাৰ খিৰিকিৰে ভুমুকিয়াই দেখিলে, হয় কালি অহা সেই ভদ্ৰলোক ডাক্তৰ জনেই। বৰাইও পঢ়ি থকা কিতাপখন জপাই বাৰাণ্ডাতে থিয় হ'ল। মালতিয়ে কিবা কোৱাৰ আগতেই তেওঁ ড্ৰইংৰুমৰ ফালে আগবাঢ়িল। তাৰ মানে গাড়ীখন অহাৰ শব্দ শুনিবলৈ বৰাই কাণ ঠিয় কৰিয়েই আছিল। ডাক্তৰ জন সোমাই আহিল। বৰাই তেওঁক বহিবলৈ ক'লে। বৰালৈ এটা নমস্কাৰ জনাই মানুহজন বহিল। সিফালে বেৰৰ কাষত মালতি আৰু জুৰিয়ে কাণ ঠিয় কৰি ৰ'ল। মালতিৰ প্ৰধানকৈ ভয় হৈছে বৰাই মানুহজনক বেয়া ব্যৱহাৰ কৰে বুলি। কথাটোত বৰা কিমান অসন্তুষ্ট হৈ আছে সেইকথা মালতি আৰু জুৰিয়ে কালিৰেপৰা বৰাৰ চাল-চলনতে গম পাইছে। মানুহজনৰ খং-ৰাগ কম যদিও অপমান সহ্য কৰিব পৰা বিধৰ নহয়। এজন নিষ্ঠাবান কৰ্মচাৰীৰ ঘৰত বেলেগলৈ বুলি আগবঢ়োৱা এটা উৎকোচৰ টোপোলা দি থৈ যোৱাটো সচাঁকৈয়ে বৰ অপমানৰ কথা। ডাক্তৰ আৰু বৰাৰ মাজত কথোপকথন আৰম্ভ হ'ল।

কালি মই আহিছিলো। আপোনাক লগ নাপালো যদিও বতৰটো বেয়া হৈ অহাত আপুনি অহালৈ বাট নাচালো। আজি ৰবিবাৰটো আছেই।

কথাৰ প্ৰসঙ্গ নবঢ়াই মানুহজনে ক'লে মোৰ পৰিচয়টো নিশ্চয় পাইছেই। এটা ডাঙৰ উপকাৰ বিচাৰি আপোনাৰ কাষ পাইছোহি।

মানুহজনৰ কথাৰ আধাতে বাধাদি বৰাই ক'লে— আপুনি নিশ্চয় সঠিক মানুহজনৰ কাষ চপা নাই। ডাক্তৰসকলক সহায় কৰি থকা মানুহজন মই নহয়। মোৰ নাম যতিন বৰাহে। অপুনি নিশ্চয় স্বাস্থ্য বিভাগত কাম কৰা মলিন বৰা বুলি ভাবিছে। তেওঁৰ ঘৰ মোৰ ঘৰৰ কাষতে। কথাখিনি কৈয়েই বৰা ভিতৰলৈ সোমাই আহিল। আগদিনা দি যোৱা কানি-কাপোৰৰ টোপোলাটো হাততলৈ পুনৰ ড্ৰইংৰুমলৈ সোমাই গ'ল।

এইটো লৈ যাওক। আপুনি বেয়া নেপাব। ভুলতে ছোৱালীজনীয়ে এটা মিঠাই খাই দিলে। তাই আকৌ মোমায়েকে অনা মিঠাইৰ টোপোলা বুলিয়েই ভাবিলে।

'নাই নাই মোক কিয় লাজ দিছে' বুলি ডাক্তৰজন বহাৰপৰা উঠিল আৰু হাত যোৰকৈ বৰালৈ চাই ক'লে— প্ৰথম আহিছো কাৰণে সামান্য বস্তু এটা লৈ আহিছো। বেচি দামী বস্তুও নহয়। আৰু টকা-পইচানো কি কথাটো। ভাগবানে যথেষ্ট খৰছ কৰাৰ শক্তি দিছে। মানুহৰ কাৰণে শিক্ষা-দিক্ষাহে আচল

কথা। আপুনি এজন শিক্ষিত মানুহ। অনার্চ লৈ বি. এচ. চি. পাছ কৰিছিল বুলিও শুনিলো। সৰুতে আপোনাৰ লগতে পঢ়া এজনৰপৰা গম পালো অংকত বোলে আপুনি বৰ চোকা আছিল। সেয়েহে আপোনাৰ কাষ চাপিছো। মই ভুলতে আপোনাৰ ঘৰলৈ অহা নাই। মোক আপুনি এটা বৰ ডাঙৰ উপকাৰ কৰিব লাগে।

ডাক্তৰজনে কৈ যোৱা কথাবিলাকত সন্মুখতে বহি থকা বৰাই আৰু বেৰৰ সিপাৰৰ মালতি আৰু জুৰিয়ে একো উৰাদিহ পোৱা নাই। শিক্ষিত ব্যক্তি বুলি এজন লোকৰ লগত চিনাকি হ'বলৈ আহোঁতেই টকা-পইচা থকা বুলিয়েই তেওঁ মিঠায়ে কাপোৰে সোপাকে লৈ আহিব লাগেনে? কি কাম আদায় কৰিবলৈ তেওঁ এই সোপা লৈ আহিছে?

ডাক্তৰজনে পুনৰ কৈ গ'ল। মই এটা অনুৰোধ কৰোঁ। আপুনি কিন্তু 'না' নক'ব। আমাৰ মাত্ৰ এটা পুত্ৰ সন্তান আছে। বৰ মৰমৰ। ক্লাছ এইটত পঢ়ে। তাৰ ভৱিষ্যতেই আমাৰ ভৱিষ্যত। বিদ্যালয়ত শিক্ষকৰ গাফিলতিৰ কাৰণেই সি দুবাৰ বছৰেকীয়া পৰীক্ষাত বেয়া কৰিলে। নহ'লে সি এইবাৰ মেট্ৰিক পৰীক্ষাই দিব লাগিছিল। অঙ্কতে বৰ বেয়া। তাক আপুনি যদি দয়া কৰি অঙ্কৰ 'বেচিক' কথাকেইটা দেখুৱাই দিয়ে তেন্তে আমাক মহান উপকাৰ কৰা হ'ব। ফিজটো মই বেছিকৈ দিবলৈকো সাজু আছো, কাৰণ অকলে নপঢ়ালে তাৰ মগজুত কথা নোসোমায়। এজন শিক্ষক বিচাৰি মই হাবাথুৰি খালো। পিছত আপোনাৰ কথা শুনি ভাবিলো অঙ্কত বৰ চোকা আছিল! যেতিয়া আপুনিয়েই আমাক সহায় কৰিব পাৰিব। এই দুৰ্দিনত অন্য এটা উপকৰা উপাৰ্জনৰ পথ খোল খালে আপুনি হয়তো উপকৃত হ'ব। আপুনি যিমান বিচাৰে মই সিমানেই দিম।

মালতিয়ে জুৰিৰ আৰু জুৰিয়ে মালতিৰ চকুলৈ চোৱা-চুই কৰিছে। কি বকিছে মানুহজনে, ইমান অভদ্ৰনে? ব্যক্তিগত স্বাৰ্থই মানুহক চৰম দুৰ্যোগলৈ ঠেলি নিছে। বৰা কিন্তু নিতাল মাৰি আছে। তেওঁ কি ভাবি আছে মালতি আৰু জুৰিয়ে বুজি পোৱা নাই। এজন কাৰ্যালয়ৰ চুপাৰিণ্টেণ্ডেটৰ ওচৰলৈ পুতেকৰ কাৰণে টিউচন বিচাৰি অহাটো কি ধৰণৰ কথা। বৰা হয়তো লাজে অপমানে জৰ্জৰিত হৈছে। কাৰো সাৰসুৰ নোহোৱা হ'ল। মানুহজনে বৰাৰ প্ৰতিশ্ৰুতি পাবলৈ বাট চালে।

বহুত সময় টলকা মাৰি থাকি বৰাই ক'লে, মই কাৰ্যালয়ত কাম কৰা মানুহ। মাহেকীয়া উপাৰ্জনেৰে ঘৰখন চলাওঁ। ছোৱালীজনীৰ পঢ়া-শুনা অকণমান চাই দিবলৈকো মোৰ সময় নাই আৰু মোৰ পঢ়াশালিৰ কিতাপৰ

লগতো সংস্পৰ্শ প্ৰায় নাই। মালতি আৰু জুৰীয়ে ভাবিলে কথাখিনি ঠিকেই কৈছে। কিন্তু বৰাৰ পৰৱৰ্তী কথাত দুয়ো হতভম্ব হ'ল। ঠিক আছে আপোনাৰ ল'ৰাটোক মই মাত্ৰ এমাহ সময় পঢ়াই দিম। সম্ভৱতঃ সেই সময়তে অঙ্কৰ প্ৰাথমিক কথাখিনি বুজাই দিব পাৰিম। জুৰিক ক্লাছ এইটত ওপৰে ওপৰে পঢ়াখিনি চাই দিয়া কেৱা বছৰো হ'ল। এতিয়া কথাবিলাক পাহৰি গৈছো। আকৌ নতুনকৈ পঢ়ি ল'ব লাগিব। কিন্তু মোৰ কেইটামান চৰ্ত থাকিব। প্ৰথম চৰ্ত পুৱা ৬ বজাত তাক মোৰ ঘৰলৈ পঠিয়াব। কিন্তু আপুনি আৰু কাহানিও ইয়ালৈ আহিব নেলাগে।

২য় চৰ্ত এই টোপোলাটো আপুনি এতিয়া লৈ যাব আৰু ৩য় চৰ্ত মই এই এমহীয়া শিক্ষকতাৰ কোনো পাৰিশ্ৰমিক নলওঁ।

চৰ্তকেইটা ডাক্তৰৰ মনঃপুত নহ'ল যেন লাগিল। কিন্তু তেওঁ কিবা ক'বলৈ ওলোৱাৰ আগতেই বৰা বহাৰ পৰা উঠি হৰমুৰকৈ ভিতৰলৈ সোমাই আহিল। এমাহমান ল'ৰাটোক পঢ়াই দিবলৈ লোৱা বৰাৰ সিদ্ধান্তটোৱে মালতি আৰু জুৰিক হতবাক কৰিলে। দুয়ো এক প্ৰশ্নবোধক চিনৰ দৰে বৰাৰ মুখলৈ চাওঁতে বৰাই মাথোন সৰুকৈ কৈ গ'ল - মই এটা মিঠাইৰ মূল্য পৰিশোধ কৰিব বিচাৰো। ডাঃ পুলকানন্দ হাজৰিকা শিল পৰা কপৌৰ দৰে থৰ লাগি ৰ'ল। যতিন বৰাৰ চৰ্ত মানি তেওঁ পৰাজয়ৰ গ্লানিৰে পদূলিৰ গাড়ীখনলৈ আগবাঢ়িল। মালতিৰ চকুৰ আগত যেন নিৰ্মল সুনীল আকাশখন ভাঁহি উঠিল, যাৰ বিশালতাৰ তুলনাত পৃথিৱীৰ মানুহবোৰ অতিকৈ নগণ্য। ❑

# অনুভৱ

অন্য দিনৰ দৰে কাহিলি পুৱাতে সাৰ পাই চকু দুটা মুদি থাকিয়েই ভাবিলো আজি কি বাৰ। দেওবাৰ; মনটো ভাল লাগিল। নিয়মীয়া চৰকাৰী বন্ধৰ দিন, কাছাৰী বন্ধ। ক'লা কোটটো গাত ওলমাই থাকিব নেলাগে। পাতল কম্বলখন বুকুৰ পৰা ডিঙিলৈকে টানি ল'লো। বন্ধৰ দিন যেতিয়া আৰু অকণমান সময় বিচনাৰ আমেজটো ল'বৰ মন গ'ল। মাটিৰ শুকান গোন্ধ এটা আহি নাকত লাগিলহি। শুকান মাটিত পানী পৰাৰ গোন্ধ। মই ভাল পাওঁ এই চিনাকী গোন্ধটো। ইয়াত যেন পৃথিবীখন জীপাল কৰাৰ এক প্ৰতিশ্ৰুতি থাকে। মাজ নিশাৰ বৰষুণ জাকৰ কাৰণেই হয়তো টোপনিতে মোৰ গাত সাগৰীকাই কম্বলখন মেলি দিছিল। এয়া যেন পত্নীৰ মৰমৰ এক সুকোমল পৰশ। চকুমেলি দেখিলো পোহৰৰ ৰেঙণি এটা খিৰিকিখনৰ আইনাৰে কোঠাটোত সোমাইছে। মোৰ প্ৰাতঃভ্ৰমণৰ সময় হ'ল। অকণমান সময় শুম বুলি ভাবিছিলো যদিও সন্তৰ্পণে বিচনাৰ পৰা উঠিলো কাষতে শুই থকা সাগৰীকাই সাৰ নোপোৱাকৈ। পুৱাৰ বিচনাৰ এই আমেজটোক মই প্ৰশ্ৰয় দিব নোখোজো কাৰণেই হয়তো ইমান বছৰে প্ৰাতঃভ্ৰমণৰ কামটো কৰি আহিছো। মুখ-হাত ধুই বাহিৰলৈ ওলাই গ'লো। বতৰটো এতিয়া ফৰকাল। কালি পুৱাৰ বতৰটোৰ যেন সম্পূৰ্ণ বিপৰীত। মাজনিশাৰ বৰষুণজাকে ফাগুন-চ'ত মহীয়া ধূলিৰ প্ৰলেপটো আঁতৰাই গছ-বনবোৰ চাফ-চিকুন কৰিলে। পথৰ কাষৰ ধূলিবোৰো নাই। বতৰটোৰ প্ৰভাৱে মোৰ মনটোও ফৰকাল কৰি তুলিছে। ধূলিৰ ধুমুহাৰ পৰা সকাহ পাই প্ৰাকৃতিক পৰিবেশটো শান্ত-সমাহিত হৈছে। ধূলিৰ অত্যাচাৰত বন্ধ হ'ব খোজা উশাহবোৰ যেন ঘূৰি আহিছে। ইটো সিটো চৰায়ে গছৰ ডালত বহি কিৰিলি পাৰিছে। সিহঁতেও যেন বিৰক্তিকৰ পৰিবেশ এটাৰ পৰা নিস্তাৰ পাই আনন্দত আত্মহাৰা হৈছে। গছবোৰৰ সোণালী কুঁহি পাতবোৰত জিলিকনি উঠিছে। বৰষুণৰ পিছত এই পুৱাতেই এচাটি মৃদু মলয়াই শুকান শুকান ভাবৰ বতৰটোলৈ আনিছে নতুন সঞ্জীৱতা।

মই ৰাজআলি এৰি গছ-গছনিৰে ভৰা উপপথটোৰে মুকলি পথাৰখনৰ ফালে গৈ আছো—এটা আমেজ ভৰা পৰিবেশ উপভোগ কৰি কৰি। একে সময়তে প্ৰাতঃভ্ৰমণ কৰি থকা অন্য ব্যক্তিসকললৈ চকু দিবলৈ আজি যেন মই আগ্ৰহী নহয়। দূৰৰ কোনোবা এঠাইৰ পৰা কুলি এটাৰ কু-উ-উ বুলি মাতি থকা সুমধুৰ মাত এটা বিনিকি বিনিকিকৈ ভাঁহি আহি মোৰ কাণত লাগিছেহি। বহুত দিনৰ মূৰত শুনিলো সেই মাত। সেই ফালেই মই গৈ আছো, গছৰ ডালত বহি আকুলতাৰে মাতি থকা সেই মধুৰ মাতটো ওচৰৰ পৰা হেঁপাহ পলুৱাই শুনাৰ উন্মাদনাৰে।

এয়া বহাগ আহিল। বসন্তৰ আগমনে প্ৰকৃতিক নতুন সাজ পিন্ধাইছে। প্ৰকৃতি যেন এগৰাকী নৃত্য পটিয়সী গাভৰু ছোৱালী। আহি পাইছেহি গছ-গছনিৰ, ফল-ফুলৰ ৰূপ-ৰঙেৰে যৌৱনক বলীয়া কৰাৰ সময়। প্ৰফুল্লিত মন এটা লৈ ঘৰলৈ উভতি আহিলো। আন দিনাৰ দৰে ৰূপকে চাহ কাপ আৰু বাতৰি কাকত কেইখন আনি ড্ৰইংৰূমৰ সৰু চাহদিয়া টেবুলখনত থলেহি। কাকতবোৰ আজি পঢ়িবৰ মনেই যোৱা নাই। তথাপি এখন মেলি ল'লো। ইতিমধ্যে সাগৰীকা আহি দৈনন্দিন প্ৰথামতে মোৰ লগত যোগ দিলেহি। মই পৰম তৃপ্তিৰ ভাব এটাৰে চাহ কাপৰ জুতি লৈছো। সমুখৰ বাতৰি কাকতখনৰ প্ৰথম পৃষ্ঠাত এজোপা ফুলি থকা নাহৰ গছৰ ৰঙীন ছবি। এখন বাতৰি কাকতত চকু ফুৰাই থাকি মোলৈ নোচোৱাকৈ সাগৰীকাই ক'লে—

'বিহুটো পালিহেয়েই দেখোন।' মই ভবিলো তেওঁো হয়তো নতুন প্ৰাকৃতিক পৰিবেশটোৰ আমেজ পাইছে। কিন্তু তেওঁৰ মুখত যেন উদ্বীগ্নতাৰ ভাব। মই বিহুৰ কথা পাতিবলৈকে আগ্ৰহী হৈ আছিলো। সাগৰীকাই আৰম্ভ কৰাত সন্তোষ পাই ক'লো—'ওঁ এনে লাগিছে যেন আজিয়েই বিহু বতৰৰ শুভাৰম্ভ হৈছে। বাহিৰখন চোৱাচোন, কিমান সুন্দৰ লাগিছে যেন ঘৰৰ ভিতৰত নেথাকি মুকলি মনেৰে দিনটো গছ-গছনিৰ মাজতে কটামগৈ।' সাগৰীকাই একো নেমাতি গোমোঠা মাৰি বহি থকাৰ কাৰণে আকৌ ক'লো—'কি চিন্তা কৰি আছাহে? বিহু আহিছে, ধুমধামেৰে বিহু পাতিম, খাম, ঘূৰাম, বহাগী উৎসৱ চাম—আঃ কি ফুৰ্ত্তিৰ কথা।' মনতে ভাবিলো বিহুৰ কাৰণে কেইবাদিনো বন্ধ যেতিয়া মাক্কেল-চক্কেলৰ লগত কেচৰ কথা-চথা পাতি থকাতকৈ পৰিয়ালতে অলপ সময় দিম।

সাগৰীকাই খবৰ কাগজ বাদ দি মোলৈ পোনপটীয়াকৈ চাই ক'লে—'ৰবা তুমি ফুৰ্ত্তিৰ কথা কৈছা। ইফালে মোৰহে বিহুৰ মজা ওলাব। কালি

টি-ভিত বিহুনাম শুনি ৰূপকে ওৱার্ণিং দিলেই। সি বোলে দহ এপ্রিলতে ঘৰলৈ যাব। বিহু খোৱাৰ পিচত খুৰাকৰ পুতেকৰ বিয়া আৰু ভোজ খাইহে বোলে উভতিব। মই কিছু সময় তলকা মাৰি থাকিলো—'এণ্টি ক্লাইমেক্স'টোৰ প্ৰভাৱত।

সাগৰীকাই আকৌ ক'লে—সি নেথাকিলে বিহুটোত মোৰ মজ্জা ওলাব। ৰুণজুনে একো এটা সহায় নকৰে। বৰঞ্চ লগৰ ছোৱালী বিলাকক মাতি মাতি ঘৰলৈ আনিব বিহু খুৱাবলৈ। পিঠা-পনা বনোৱা, আলহীৰ শুশ্ৰুষা, ৰন্ধা-বঢ়া, বাচন ধোৱা সকলো কাম মোৰ মূৰৰ ওপৰেদিয়েই যাব।

এৰা, কিবা এটা কৰিব লাগিব বুলি মই টুলুঙা মন্তব্য দিলো। আচলতে মই ভাবি নেপালো কি বুলিনো সহাঁৰি জনাওঁ। সাগৰীকা এইবাৰ যেন হতাশ হ'ল—'কিবা এটা আৰু কি কৰিবা? তুমি কামবোৰৰ মাজতে নিজৰ কাৰণে চাহ বিচাৰি থকাৰ লগতে নিজ নিজ স্বাৰ্থত অহা 'মক্কেল' বিলাককও চাহ-জলপান খুৱাই থাকিবলৈ কৈ থাকিবা। মাত্ৰ বজাৰখনহে কৰি দিবা। ৰুণজুনেতো কৰাৰ ভিতৰত বিচনা দুখন পাৰিয়েই দিনটোলৈ বহুত কাম কৰা বুলি কৈ থাকিব।'

মই ভাবিলো, এই সময়ত আৰু বেচি কথা নোকোৱাই ভাল। সাগৰীকাৰ কথাৰ সত্যতা মই অস্বীকাৰ কৰিব নোৱাৰো। ইফালে পাকঘৰত ৰূপকে গুণ গুণাই বিহু নাম গাই কাম বন কৰি আছে। তাৰ মন প্ৰফুল্ল, ঘৰলৈ যোৱাৰ আনন্দত। গাত তাৰ বিহু লাগিলেই। সিহঁতৰ মূৰত ঘৰলৈ যোৱাৰ 'পোক'টো সোমালে যাবলৈ নোপোৱালৈকে ৰক্ষা নাই। যেন সি নগলে তাহাঁতৰ ঘৰখনত বিহু নহ'বই। অৱশ্যে এই কথা সকলো মানুহৰ কাৰণে প্ৰযোজ্য। বন কৰা ল'ৰা হ'ল বুলিতো তাক ঘৰত বিহু, বিয়া খোৱা আদিৰ পৰা বঞ্চিত কৰিব নোৱাৰো। ঈদৰ সময়ত দেখোন দিন হাজিৰা কৰা মানুহবোৰো উপাৰ্জন বাদ দি কেইদিনমানৰ কাৰণে ঘৰাঘৰি যায়গৈ। তেনে পৰিস্থিতিতো চহৰৰ পৰিয়াল বিলাক চলিবই লাগিব—বন কৰা ল'ৰা বা হাজিৰা কৰা মানুহ দুনুহ নোহোৱাকৈয়ে।

তেনেতে দুৱাৰ মুখত ৰাঘৱে আহি মাত দিলেহি—'বাইদেউ'-'বাইদেউ'। সাগৰীকা উঠিগৈ সুধিলে, 'কি তুমিও বিহুত ঘৰলৈ যাব খুজিছা নেকি?' 'হয় বাইদেউ' বুলি সি সাগৰীকাৰ মুখলৈ চাই ৰ'ল। হয়তো ভাবিলে কথাটো কোৱাৰ আগতেই বাইদেৱে কেনেকৈ জানিলে? সিতো উমান কৰিব পৰা নাই যে আজি পুৱা ঘৰখনৰ মানুহবোৰ তিনিটা ভিন্ন 'মুড'ত বন্দীহে আছো—মই আছো পৰিবেশটোৰ আমেজত, সাগৰীকা কিবা এক শঙ্কা ভাবত আৰু ৰূপক-ৰাঘৱ

ঘৰলৈ যোৱাৰ মুডত। নিজৰ কোঠাত পৰি থকা ৰুণজুনে কি ভাবিছে ক'ব পৰা নাই। সাগৰীকাই একো নেমাতিলে যদিও ৰাঘৱে ধৰি ল'লে যে সাগৰীকাৰ নীৰৱতাতে সি সন্মতি পালে। দুৱাৰখন বন্ধ কৰি সাগৰীকাই আকৌ মোলৈ চালে—'এতিয়া মজা পালা। বিজুৰ কেইদিন নিজে গাড়ী চলাই থাকিবা আৰু ফুলনিত পানী-দুনি দিবা।' ৰাঘৱক মাহে এহেজাৰ টকাকৈ দৰমহা দি খুৱাই বুৱাই কাপোৰ কানি, বাসস্থান দি ড্ৰাইভাৰ কৰি ৰাখিলেও সি বাহিৰৰ কোঠা এটাত থাকি চকীদাৰৰ দৰে আৰু ফুলনিখন চাই-চিতি মালীৰ কামো কৰি আছে। ৰূপকৰ ঘৰ উজনিত আৰু ৰাঘৱ নামনিৰ। সিহঁতি সঘনে উজনি-নামনি লৈ বাক-বিতণ্ডা কৰে। ৰুণজুনে সিহঁতক উচতাই ৰং চায়। আমি দুয়ো মনেমনে উপভোগ কৰোঁ। সিহঁতি প্ৰতি কথাত সদায় বিপৰীত দিশত থাকে যদিও ঘৰলৈ যোৱা কথাত সদায় একেলগ হয়। কথাবিলাক ভালকৈ ভাবিগুনি মই এটা সিদ্ধান্তত উপনীত হ'লো। মোৰ আজিৰ এই উদ্দীপনাত চেঁচা পানী ঢালিবলৈ নিদিওঁ। বিহুটো পাতিমেই। সদায় লোকৰ ওপৰত নিৰ্ভৰ কৰি আনন্দ কৰিবলৈ বিচাৰিলেতো নহ'ব। ঘৰৰ ভিতৰত সঙ্কীৰ্ণ পৰিবেশ এটাত আবদ্ধ হৈ থাকিলেনো বাহিৰৰ উন্মুক্ত পৰিবেশটোৰ মনোমোহা ৰূপটো উপভোগ কৰিব পাৰিম কেনেকৈ? ৰূপক বা ৰাঘৱক দুষিলেতো নহ'ব—মোৰ মনটোও দেখোন বিহু বিহু ভাবে উতলা কৰিছে।

প্ৰতিবাৰৰ ৰঙালী বিহুৰ আগমনে মোক গাঁওখনৰ সেই শৈশৱ আৰু যৌৱনৰ দিন বিলাকৰ কথা সোঁৱৰাই থাকে। সেই যে যৌৱনে আমনি কৰা দিনবোৰ—এতিয়া ভাবিলে কিবা সপোন সপোন যেনহে লাগে। কপৌ ফুল, নাহৰ ফুল, জেতুকা আদিয়ে মোৰ মন উতলা কৰিছিল। বাৰীৰ পিচফালৰ তামোল জোপাত থকা কপৌফুল জোপাৰ প্ৰথম পাহটো মনে মনে, সন্তৰ্পণে তুলি দিছিলোগৈ ৰশ্মিৰ হাতত। ৰশ্মিয়ে বহুত প্ৰশ্ন কৰা হৰিণী নয়নেৰে উৎকণ্ঠাৰে চাইছিল মোৰ চকুলৈ। তাই হয়তো ভাবিছিল, কি ক'ব বিচাৰিছিলো মই মুখ ফুটাই নকও কিয় সেই কথা। কিন্তু মোৰ লাজত, বুকুৰ কঁপনিত মই কেতিয়াও ক'ব নোৱাৰিলো। আমি হয়তো দুয়োয়ে দুয়োৰ চকুৰ ভাব-ভাষা বুজি উঠিছিলো। মই বুজিছিলো তাইৰ মন। যৌৱনত ডেকা গাভৰুৱে ইজনে সিজনৰ লগত চকুৰে চকুৰে, মনে-মনেও কথা পাতে।

সেই দিনবোৰ তেনেকৈয়ে পাৰহৈ গ'ল। ৰশ্মিৰ ঠাইত সাগৰীকাক পাই মই সুখী হ'লো। সাগৰীকাৰ লগত সংসাৰ পাতিলো। ৰুণজুন আমাৰ মাজলৈ আহিল। এতিয়া সেই ভাহানিৰ বসন্ত ঋতু, ৰঙালী বিহু বিলাক মই ঘূৰাই

নেপাওঁ। এতিয়া মই উপলব্ধি কৰিছো আজি কেইবছৰমান আমি বহাগৰ বিহুটো বনকৰা ল'ৰা নথকাৰ অসুবিধাত পাল মাৰিহে পালন কৰি আহিছো। তেনে অসুবিধাবোৰৰ অজুহাতত আমি বিহুত যেনে তেনে এদিন-দুদিন ঘৰত থাকি অসমৰ বাহিৰৰ কোনোবা ঠাইলৈ ফুৰিবলৈ গৈ কেইৰাতিমান হোটেলত থাকি আহোঁগৈ। এই সময়তে মই কেইদিনমানৰ কাৰণে নিজৰ কৰ্মজীৱনৰ পৰা খন্তেক জিৰণি বিচাৰো। এতিয়া ৰুণজুন ডাঙৰ হৈছে। অহা বছৰৰ বিহুৰ সময়ত তাইৰ মেট্ৰিক পৰীক্ষা শেষ হ'ব। তাইক ভালকৈ অসমীয়া কৃষ্টিৰ লগত পৰিচয় কৰাই দিব লাগে, নহ'লে পিচলৈ আগ্ৰহ নোহোৱা হৈ যাব পাৰে। গতিকে আজিৰ ভিতৰতে আমি এক গুৰুত্বপূৰ্ণ সিদ্ধান্ত ল'ব লাগিব বুলি ভাবি মনতে এখন আঁচনি প্ৰস্তুত কৰিলো।

আবেলি চাৰি বজাত, মই আন্যদিনা কাছাৰীৰ পৰা অহাৰ সময়তে ৰাঘৱক লৈ বজাৰ পালোগৈ। সাধাৰণতে বন্ধ দিনৰ বাহিৰে অন্য দিনত মোৰ বজাৰলৈ যোৱা নহয়। কাৰণ ক'লা কোটটো পিন্ধি 'উকিল মাৰ্কা' হৈ মই কাছাৰীৰ পৰা বাহিৰে বাহিৰে বজাৰলৈ যোৱাটোত সঙ্কোচ কৰোঁ। শাক-পাচলিৰ লগতে সাগৰীকাৰ পচন্দৰ ইলিচ মাছ এটা আৰু ৰুণজুনৰ লোভনীয় ব্ৰইলাৰ চিকেন এটা লৈ ঘৰ পালোহি। লগতে তেওঁলোক দুয়োৰে পচন্দৰ মালাই চম্‌চম্ আৰু গৰম গৰম চিঙৰা কেইটামানো আনিবলৈ নেপাহৰিলো। ৰাঘৱে হয়তো ভাবিলে কালি মই কিম্বা কে'ছ-টেছ জিকি মক্কেলৰ পৰা মোটা অঙ্কৰ ধন পাইছো। কথাটো সি সোধা নাই যদিও তাৰ মুখ খনত তেনে এটা প্ৰশ্ন প্ৰতিফলিত হোৱা যেন লাগিল, কাৰণ দুপৰীয়া ভাত খোৱাৰ সময়তো বোলে সি ৰূপকক কোৱা সাগৰীকাই শুনিছিল যে পুৱাৰ পৰা মই বেচ ফুৰ্ত্তিত আছিলো কাৰণেহে সময় চাই সি ঘৰলৈ যোৱাৰ চুটিটো ৰাতিপুৱাই লৈছিল। এইটো কথা অৱশ্যে সি জানে যে মই বজাৰত ভাল যি বস্তুৰ ওপৰত চকু দিওঁ তাৰ সমান ভাগ সিও নিশ্চয় পাব। মাক-জীয়েক দুয়ো দেখাকৈ ৰূপকক মাতি আনি বস্তু কেইটা চমজাই দিলো। কি-কি আনিছো, কৰ পৰা আনিছো বুলি সাগৰীকা আৰু ৰুণজুনে প্ৰশ্ন কৰিবলৈ ল'লে। মাছ, মিঠাই দেখি সাগৰীকা আৰু ৰুণজুন আধা-আধি গলিলেই। ৰাতিলৈ মাংসৰ লগত ৰুণজুনে পোলাও বনোৱাৰ দাবী তুলিলে। ইলিচ মাছটো কাইলৈৰ পুৱাৰ সাজলৈ থলে, সৰিয়হ দি চৰ্চৰী বনাবলৈ। মই বুজিলো তেতিয়াহে দুপৰীয়া আৰামত দাইনিং টেবুলত বহি সাগৰীকাই মাছৰ মূৰটোৰ জুতি ল'ব পাৰিব, শেষ কাইট দাললৈকে।

ৰাতিপুৱাৰ পৰিবেশটোৰ দৰে ঘৰৰ ভিতৰখনৰ পৰিবেশটোও ফৰকাল দেখি ৰুণজুনক ক'লো! 'ইমান গৰম লাগিছে মোক যদি তুমি এগিলাচ নেমুৰ চৰ্বত বনাই দিলা হেতেঁন?' তাই থেন্-থেন্, মেন-মেন কৰি মোকহে পালা আৰু বুলি কৈ কামটো কৰিবলৈ আগ বাঢ়িল। অলপ পিছতে আধা ফ্ৰিজৰ পানী মিহলাই চৰবত গিলাচ দিলেহি। মই খাই বৰ ভাল নেপালেও অতি উত্তম হোৱা বুলি তাইক প্ৰশংসা কৰিলো। উৎসাহিত হৈ তাই ক'লে ৰবা মই চবৰ কাৰণে চাহ বনাও। চিঙৰা, মিঠাইৰ লগত লাগিব। সাগৰীকাই যদিও অবিশ্বাসৰ চাৱনীৰে মোৰ চকুলৈ চালে, ৰুণজুনে কিন্তু সচাকৈয়ে তিনিকাপ বৰ সুন্দৰ চাহ বনালে। আমি তৃপ্তিৰে খালো। ৰূপকে ধেমালীতে ক'লে— 'এনেকুৱা হ'লে দেখোন মোৰ চাকৰীয়েই নেথাকিবগৈ।' ৰুণজুন আৰু সাগৰীকাৰ উৎসাহ দেখি মই মোৰ আঁচনিখনৰ কথা এই সময়তে তেওঁলোকৰ আগত ব্যক্ত কৰিলো। মই ক'লো 'এইবাৰ আমি ঘৰতে থাকি ধুম-ধামেৰে বিহু পাতিম আৰু বিহু সন্মিলন, সাংস্কৃতিক সন্ধিয়া আদিও উপভোগ কৰিম।' সাগৰীকাই লগে লগে মাত লগালে—'পাহৰি গলাইনে যে বিহুত আমাৰ হাত ভৰি চিঙা, ৰূপক আৰু ৰাঘৱ দুয়োটাই নেথাকে।'

তেনেতে ক্ৰিং ক্ৰিং কৈ কলিং বেলটো বাজি উঠিল। দুৱাৰখন খুলি দিয়াত আমাৰ চুবুৰীয়া শইকীয়া আৰু তেওঁৰ লগত মাথোন মোৰ মুখৰ চিনাকী দুজন লোক সোমাই আহিল। আমি তেওঁলোকক আদৰণি জনালোঁ। ক্ষন্তেক পিচতে তেওঁলোকে অহাৰ উদ্দেশ্য ব্যাখ্যা কৰিলে। এজনে জেপৰ পৰা ৰচিদ বহীখনো উলিয়ালে। মোৰ নামত ধৰি থোৱা বুলি কোৱা ৰঙালী উৎসৱৰ চান্দাখিনি দিব লগীয়া হ'ল। আলহীয়ে আমাক তিনিওকে একেলগে পালে। বিহু উৎসৱলৈ ক'ৰ ক'ৰ পৰা বিখ্যাত হুচৰি দল আহিব, কোন কোন নামি-দামী গায়ক-গায়িকা আহিব আদিৰ বিতং বিৱৰণ এটা দি এইবাৰ বিহুত যাতে আমি সকলোৱে যোগদান কৰোঁ তাৰ কাৰণে নিমন্ত্ৰণ জনাই তেওঁলোক গ'লগৈ। তেওঁলোক অহাৰ কাৰণে মোৰ আঁচনিখন যেন আৰু সবল হ'ল। অৱশেষত সাগৰীকা আৰু ৰুণজুনে মোৰ কথাত হয়ভৰ দিলে। বিহুৰ কেইদিন ঘৰত থাকি সমিলমিলে কাম বিলাক আগবঢ়াই নিবলৈ আৰু সাগৰীকাই গুৰি বঠা ধৰা নাওখনত আমি হাত বঠা মাৰি সহায় কৰিম বুলি প্ৰতিশ্ৰুতিবদ্ধ হ'লো।

দহ এপ্ৰিলৰ দিনা পুৱাতেই ৰূপক যাবলৈ ওলাল। ৰাঘৱ বাৰ তাৰিখে যাব। যোৱাৰ সময়ত সাগৰীকাই তাৰ হাতত বাচভাৰা আৰু হাত খৰছ দিওঁতে কেতিয়া মানে সি ঘূৰি আহিব সেই প্ৰশ্নৰ উত্তৰ দিবলৈ ৰূপক হয়তো সাজু

হৈ আছিল। কাৰণ সেইটো এই সময়ৰ এটা গতানুগতিক প্ৰশ্ন। সাগৰীকাই কিন্তু প্ৰশ্নটো সোধাৰ আৱশ্যকতা অনুভৱ নকৰিলে। সি অলপ সময় বাট চাই থাকি মোক আৰু ৰুণজুনক মাত লগাই ওলাই গ'লগৈ। ক্ষন্তেক পিচত সি উভতি আহি সগৰীকাক সুধিলে—'বাইদেউ মই কেতিয়া মানে আহিম?' সাগৰীকাই কিবা এটা কোৱাৰ আগতে মইয়েই মাত লগালো 'কিয় তোৰ ঘৰত বিয়া আছিল বুলি কৈছিলি নহয়। বিয়া-তিয়া খাই আহিবি আৰু।' সি ক'লে— 'আপোনালোকৰ অসুবিধা হয় যদি বিয়া খোৱাটো বাদেই দিম।' এইবাৰ সাগৰীকাই মাত লগালে—'আমাৰ কিয় অসুবিধা হ'ব। হাতে-পাতে ধৰি কাম বন কৰিম।' সি এইবাৰৰ বিদায় মুহূৰ্তৰ ব্যতিক্ৰমটো হৃদয়ঙ্গম কৰিব নোৱাৰি তললৈ মূৰ কৰি আৰু একো নমতাকৈ ওলাই গ'ল। ৰুণজুনে এইবাৰ মন্তব্য দিলে— 'ভালেই হ'ল দিয়া, কেইদিনমান আমি মুকলি মনেৰে ঘৰটোত কথা-বতৰা পাতি থাকিব পাৰিম।'

ৰূপক যোৱাৰ লগে লগে আমাৰ কাৰ্য্যক্ৰমণিকা আৰম্ভ হ'ল। ৰুণজুনে বিচনাদুখন পৰাৰ লগতে ঘৰটোত পুৱাই জাৰু দিয়া, মাজে মাজে চাহ কৰা, পাচলি কটা আৰু তাৰ মাজতে অন্ততঃ চাহৰ বাচনখিনি ধোৱাব কামখিনি আনন্দ মনে আৰু একাগ্ৰচিত্তে কৰি গ'ল। মই বাহিৰৰ কাম বিলাকৰ লগতে ৰাতিৰ সাজ ভাত ৰন্ধাত সহায় কৰি দিয়াৰ দায়িত্ব ল'লো। সাগৰীকাই প্ৰথমতে অমাক বিশ্বাসতেই লোৱা নাছিল। আমি হেনো এদিন বা দুদিন উৎসাহেৰে কাম কৰি পিচলৈ ঢিলাই দিম। আমাৰ উদ্দীপনাত কিন্তু কোনেও চেঁচা পানী ঢালিব নোৱাৰিলে। বাৰ তাৰিখে ৰাঘৱ যোৱাৰ লগে লগে আমি আৰু মুক্ত বিচৰণৰ সুবিধা পালো। মই বজাৰলৈ গৈ চিৰা, গুৰ, পিঠাগুৰি আদিৰ লগতে যাবতীয় বয়বস্তুবোৰ কিনি গাড়ীত বোজাই দি দৈ আৰু ক্ৰীমৰ আগধন দি আহিলো। গধূলিলৈ সাগৰীকা আৰু ৰুণজুন মিলি এটা বেলেগ গেচ-ষ্টোভ পাতি ঘিলা পিঠা, তিল পিঠা, তিলৰ লাডু আৰু নিম্‌কি কিছু বনায়েই পেলালে। মই ৰুণজুনক বৰ্ণনা দি গ'লো কেনেকৈ আমাৰ সৰু কালত মায়ে সংক্ৰান্তিৰ আগদিনা টৌ-কেৰাহী পুৰি মাটিৰ লেওদি থয় আৰু কি দৰে তিলপিঠা ডাঙৰ কেৰাহীখনত বনাই ভাজ কৰা পিঠাবিলাক একেখন কেৰাহীৰ একাষত দুডাল শলা পাতি তাত জাপি জাপি থয়। আমি কাষতে বহি তপালি তপালি পিঠাৰ যুতি লৈছিলো। ৰুণজুনক মই কথাটো মনত পেলাইহে দিলো, লগে লগে তাই পিঠা, লাডুৰ ভক্ষন আৰম্ভ কৰিলেই। মোৰ মুখতো দুখন মান পিঠা সোমোৱাই দিলে। মই যেন সেই পুৰণি দিনৰ সান্নিধ্য লাভ কৰিলো।

গৰু বিহুৰ দিনা আমি পুৱাই শুই উঠি নিজ নিজ কামবন বিলাক খৰ-খৰকৈ কৰি গা-পা ধুই আধাকিল'মিটাৰ মান দূৰত্ত থকা বোৱতী নদীখনৰ কাষ পালোগৈ। তালৈ কাষৰ গাঁৱৰ মানুহবোৰে গৰু বিলাক ধুৱাবলৈ আনিছে। মাহ হলধি সানি গৰুক গা-পা ধুওৱাৰ পিচত নতুন পঘাদি বান্ধি লগত শলাত গাঁঠি লৈ অনা লাও, বেঙেনা, পকা থেকেৰা গৰুৰ গাত মাৰি মাৰি "লাও খা-বেঙেনা খা, দিনে দিনে বাঢ়ি যা, মাৰ সৰু বাপেৰ সৰু তই হবি বৰ বৰ গৰু' বুলি গাবলৈ ল'লে। এই কথাটোত ৰুশজুনে ইমান আমোদ পালে যে পাছত বহুত দিনলৈ তাই 'লাও খা, বেঙেনা খা.........' গাই থাকিবলৈ ল'লে। গৰুক গা পা ধুওৱা, সন্ধিয়া দিঘলতী, মাখিয়তীৰে গোহালিলৈ আদৰণী জনোৱা আদি কৌটিকলীয়া প্ৰথাবিলাকৰ তাৎপৰ্য্য মই তাইক বুজাই দিলো। মানুহ বিহুৰ দিনা আমি মাহ হালধিৰে গা-পা ধুলো। বিহু বুলি ঘৰলৈ অহা আত্মীয়-স্বজনক পিঠা-পনা, জলপানেৰে আপ্যায়ন কৰালো। তাৰ বাবে আজিকালি বিয়া-বাৰুত ব্যৱহাৰ কৰা কাগজৰ প্লেট, বাতি, গিলাচ আনি থোৱাত বাচন ধোৱা কামটোৰ পৰা সগৰীকা আৰু ৰুশজুনে কিছু সকাহ পালে। তাৰ বাহিৰেও পঞ্জিকা চাই বৰ্ষচক্ৰ অনুসৰি প্ৰয়োজনীয় দান কৰা, জেতুকা লগোৱা, বিহুৰ জলপান খোৱাৰ আগতে নতুন গামোচা লোৱা, চেৰা বিহুৰ দিনা দৈ-পইতা খাই বিচনীৰে বিচা আদি কাম বিলাক আমি আনন্দমনে আৰু উৎসাহেৰে কৰি গ'লো। দুদিন আবেলি ইঘৰ সিঘৰত গৈ বিহু বুলি মাত লগালো।

মূল বিহুৰ তিনিদিনৰ পিছত বিহু উৎসৱ আৰম্ভ হ'ল। উদ্বোধনী অনুষ্ঠানটোলৈ মন্ত্ৰীক মাতিছে প্ৰচলিত প্ৰথা মতে। মই বোলে স্থানীয় বিধায়কৰ লগতে বিশিষ্ট অতিথি হিচাপে যোগদান কৰিব লাগে। সেই সভাৰ পাছতে হুচৰি প্ৰতিযোগীতাৰে বিহুৰ সাংস্কৃতিক অনুষ্ঠান আৰম্ভ হ'ব। সাগৰীকাই সন্ধিয়াতে ভাত পানী বন্ধাৰ কাম শেষ কৰিলে। আজ্ঞাপাতি ৰাতি আহি 'মাইক্ৰওৱেভ অভেনত' গৰম কৰি খাব পৰা হ'ব। সাংস্কৃতিক সন্ধিয়া উপভোগ কৰি আমি মাজনিশাৰ পিছতহে ঘৰ পালোহি। আহোতে আমি আলোচনা কৰি আহিলো যে বেচ ভালকৈয়ে বিহুটো পালন কৰিছো। খোৱা-বোৱা, ফুৰা চকা, অতিথি সেৱা একো বাদ যোৱা নাই, অথচ আমি ঘৰৰ কাম-কাজত অলপো আহুকাল পোৱা নাই। এয়া হয়তো আমাৰ মনৰ উদ্যমৰে প্ৰতিফলন। প্ৰয়োজন হ'লে আমি এনেদৰে ঘৰ চলাবলৈ সদায় সাজু থাকিব লাগে। পৰিবৰ্তনটোৱেও এটা আনন্দ আনি দিয়ে।

ৰাতি ভাত পানী খাই শুবলৈ যাওঁতে বহুত দেৰি হ'ল। গতিকে ৰাতিপুৱা কোনো সোনকালে নুঠিলো। আঠটা মান বজাত মই সাৰ পাই দুৱাৰ খুলিলো। বাহিৰত কোনোবাই কাঁহি থকা শুনিলো, হয়তো গাখীৰ দিয়া মানুহটো আহিছে। বাহিৰলৈ ওলাই দেখিলো হাতত কাপোৰৰ বেগটো লৈ ৰূপক আহি হাজিৰ হ'ল। মই আচৰিত হৈ তাক সুধিলো, কি হ'ল, আহিলিয়েই যে? সি ক'লে দাদাৰ বিয়াখন ভাঙিল কাৰণে সোনকালে আহিলো। তেতিয়াহে মই ভাবিলো সচাঁকৈয়ে ককায়েকৰ বিয়াখন ঠিক হৈছিলনে? তাক ভিতৰ সোমাবলৈ দি মই শোৱা কোঠা পাই সাগৰীকাক জগাই দি ক'লো—হেৰা, ৰূপক দেখোন আহিলেই। সাগৰীকা ধৰ্মৰকৈ উঠিল—'কি? ৰূপক আহিল? কিয়?' সাগৰীকাৰ প্ৰশ্নই মোক আৰু বিচলিত কৰিলে। আমি যেন আকৌ এক অবাঞ্ছিত গতানুগতিকতাত আৱদ্ধ হৈ পৰিলো। ❑

# জুয়ে পোৰা সোণ

নতুনকৈ ৰং দিয়া কোঠাটোৰ পকী বেৰখনৰ এটা চুকত মকৰা এটাই জাল এখন সাজিবলৈ চেষ্টা কৰি আছে। হয়তো ৰং দিয়াৰ আগতে বেৰবিলাক চাফ-চিকুণ কৰোঁতে মিস্ত্রীয়ে তাৰ জালখন ভাঙি পেলাইছিল। মকৰাটো কোনোবা চুকত লুকাই থাকি আজি আকৌ নতুন উদ্যমেৰে জালখন সাজিছে। জীৱ মাত্রেই নতুন নতুন আশাৰে নিজৰ বাসস্থান পাতি জীৱন নির্বাহ কৰাৰ প্রেৰণা পাই আহিছে। চৰাই-চিৰিকটিয়েও এডাল এডালকৈ ধৈৰ্যৰে কুটা কঢ়িয়াই নিজৰ বাহটো সাজি লয়। ৰঘুপতিৰ মনত আজি তেনে এক উপলব্ধি হোৱাই স্বাভাৱিক। শুভ কামৰ আৰম্ভণিতে মকৰাটো মাৰি জালখন ভাঙি দিবলৈ তেওঁৰ মন নগ'ল। নিকৃষ্ট প্রাণীকো নিজা প্রণালীৰে জীয়াই থকাৰ অধিকাৰ স্রষ্টাই দিছে।

বজাৰখনৰ এই শাৰীৰ দোকানবিলাক এতিয়াও বন্ধ হৈ আছে। দহ বজাৰ লগে লগে দুৱাৰবিলাকত ওলমি থকা ডাঙৰ ডাঙৰ তলাবিলাক খোল খাব। সন্মুখৰ শাক-পাচলি, মাছৰ বজাৰখনত ইতিমধ্যে গ্রাহক গোট খাইছেই। কোনোবা বেপাৰীৰ মাত 'নাইনিতাল নে শ্বিলং?' ইয়ালৈকে আহিছে। বোধহয় বেপাৰীয়ে গ্রাহকক আলু বিক্রী কৰিছে। কোনোবা পশ্চিমীয়া উৎপাদনস্থলৰ সামগ্রী আহি অসমৰ বজাৰত বিক্রী হৈছেহি। পূব-পশ্চিম, পাহাৰ-ভৈয়ামৰ মাজত এইদৰে সমন্বয় ঘটিছে। কাপোৰ-কানিৰ দোকানশাৰীৰ প্রথম তলা খোলাৰ কাম আজি পুৱা ৰঘুপতিয়েই কৰিলে। ব্যৱসায়-বাণিজ্য কৰা মানুহ অধিক ধর্মভীৰু হয়। সেয়েহে পুৱাই তলাটো খোলাৰপৰাই ৰাতি দুৱাৰত তলা লগাই দোকানখনৰ নিৰাপত্তা বিভুৰ হাতত সঁপি দি ঘৰমুখী নোহোৱালৈকে ব্যৱসায়ীসকলৰ প্রার্থনা সম্পৰ্কীয় কিছুমান নিত্য-নৈমিত্তিক কাম-কাজ থাকে। আজিৰ পৰা ৰঘুপতিয়েও অন্যৰ ক্ষেত্রত দেখি অহাৰ দৰে নিতৌ এই কাম কৰিব লাগিব। এক অজানিত শঙ্কাত তেওঁৰ মনটো দুৰু দুৰু কঁপি উঠিল। এৰা, জীৱন যুঁজত আজিৰপৰা এক নতুন অধ্যায় যোগ হ'ল। অধিক সুদত

বেংকৰ ঋণ লৈ আৰম্ভ কৰা ব্যৱসায়ত আই লক্ষ্মীৰ কৃপাদৃষ্টি লাগিবই। আজিৰপৰা তেওঁ ব্যৱসায়ত এক নতুন দিগন্তৰ সন্ধান কৰিব লগিব। গ্ৰাহকৰ মনোৰঞ্জনৰ কাৰণে বিৰক্ত হ'লেও মুখৰ মিচিকিয়া হাঁহি মাৰ যোৱাব নোৱাৰিব। সংসাৰৰ জ্বালা-যাতনা, ৰ'দ-বৰষুণ, শীত-তাপ সাহসেৰে সন্মুখীন হ'ব লাগিব। এইবিলাক সফল ব্যৱসায়ীসকলে ৰাখি যোৱা সাফল্যৰ মাপকাঠি। পৰিয়ালটোৰ তিনিজন মানুহৰ দুমাহজোৰা চেষ্টাৰ অন্তত আজি এই নতুন দুৱাৰ খোল খাইছে। 'ছানৰাইজ গাৰমেণ্টছ'—দোকানৰ নামটো নিশ্চয় আকৰ্ষণীয়ই হৈছে। কাহিলি পুৱাৰ কিৰণৰ দৰে এই ব্যৱসায়ে হয়তো পৰিয়ালটোলৈ এক নতুন প্ৰতিশ্ৰুতি কঢ়িয়াই আনিব পাৰিব। গ্ৰাহকৰ বাবে মজুত ৰখা আধুনিক সাজ-পাৰবিলাকেও নিশ্চয় গ্ৰাহকৰ মনত নতুনত্বৰ প্ৰভাৱ পেলাব পাৰিব। আধুনিক গ্ৰাহকে সদায় বিচাৰে 'আন-কমন' কাপোৰ। মমতাই একমাত্ৰ পুতেক উদয়ৰ নামত এই দোকানৰ নাম ৰাখিছিল 'উদয় বস্ত্ৰালয়'। ৰঘুপতিয়েও নিজৰ সমস্ত বিলাই দিয়া অসমতে থাকি এটা অসমীয়া নাম দিব পৰা হ'লে ভাল পালেহেতেঁন যদিও উদয় আৰু তাৰ বন্ধুবৰ্গৰ পৰামৰ্শ মতে গ্ৰাহকৰ চখ পূৰাবলৈ ইংৰাজী নামটোৱেই ৰাখিলে। এই বিষয়ত মমতাই হওক বা কলেজীয়া পুত্ৰ উদয়েই হওক, কাৰো মনত দুখ দিয়াৰ কথা ৰঘুপতিয়ে ভবা নাই। মমতাৰ আগ্ৰহ আৰু উদয়ৰ তৎপৰতাৰ কাৰণেই আজি এই দোকান খোল খাইছে। উদয়হঁতৰ দৰে কলেজীয়া ছাত্ৰৰ প্ৰভাৱ নথকা হ'লে বেংকৰ ঋণ পাওঁতে আৰু কেইমাহমান লাগিলহেতেঁন। আজি সূৰ্য্যোদয় হোৱাৰ পবিত্ৰ ক্ষণত ৰঘুপতিয়ে দুৱাৰৰ তলা খুলি কোঠাটোত প্ৰথম প্ৰৱেশ কৰিছে। বাকীবিলাক দোকান খোলাৰ আগতেই পূজা-পাৰ্বণৰ কাম শেষ হ'ব লাগিব। কোঠাটোৰ নীলা ৰং নীলা আকাশৰ দৰে এক আশাৰ প্ৰতীক। কাপোৰবিলাক পূজা শেষ হোৱাৰ পিছতহে থান-থিত লগোৱা হ'ব। এটা শ্ব'কেছ' দাঁতিকাষৰীয়া কৰি মাজত অলপ ঠাই উলিয়াই থোৱা আছে। সৰুকৈ পূজাভাগ কৰিবলৈ এইখিনি ঠায়েই যথেষ্ট হ'ব। মমতা আহিয়েই কোঠালিটো সাৰি-পুচি, মজিয়াখন মচি 'কেচবক্স' থোৱা স্থানৰ ওপৰত সজাই থোৱা গণেশ দেৱতাৰ থাপনাত ধূপ-ধুনা জ্বলাই দিলে। এটা মাটিৰ কলহ, বেটু থকা কেঁচা নাৰিকল আৰু আমপাতকেইটা মজিয়াৰ এচুকত থলে। পূজাৰী পাবহিয়েই এতিয়া। ব্যস্ত মমতাৰ মুখখনৰ নিৰ্জু আৰু কমনীয় ভাবটোৱে ৰঘুপতিৰ মনটোক তীব্ৰবেগেৰে বহু বছৰৰ আগলৈ লৈ গ'ল। শৈশৱ কালত এইদৰেই তেওঁ মাকৰ লগে লগে থাকি বহুত পূজা-পাতলৰ যা-যোগাৰ কৰিছিল। এখন গাঁৱলীয়া ঘৰ। উত্তৰ প্ৰদেশৰ চিতাপুৰ চহৰৰপৰা পঁইত্ৰিশ

কিলোমিটাৰ দূৰৰ ভিতৰুৱা গাঁও, য'ত কৃষিয়েই সকলো পৰিয়ালৰ জীৱিকাৰ প্ৰধান সম্বল। কোনো কোনো পৰিয়ালৰ গাখীৰৰ পৰাও কিছু উপাৰ্জন হয়। তেওঁলোকৰ যৌথ পৰিয়ালত 'জমিৰ' পৰিমাণ কম যদিও খাবৰীয়াৰ সংখ্যা বেছি আছিল। মাটিডৰায়ো সেয়েহে উশাহ ল'বলৈ সময় নোপোৱাকৈ ওপৰা উপৰিকৈ ইটোৰ পাছত সিটো ফচল দিব লগা হৈছিল। যেঁহৰ মাজে মাজে সৰিয়হ আৰু কুঁহিয়াৰ, মাকৈ, ৰহৰ আদি বিভিন্ন খেতি। যৌৱন কালত ম'হৰ গাড়ীত কুঁহিয়াৰ বোজাই ৰাতি ৰাতি শাৰী শাৰী গাড়ীবিলাকৰ ম'হৰ ডিঙিত ওলোমা টিলিঙাবিলাকৰ মধুৰ ধ্বনি আজিও যেন তেওঁৰ কাণত বাজি আছে। নিশাৰ টোপনি, নিঃশব্দ আৰু আন্ধাৰক পাহৰিবলৈ কোনোৱে জুৰিছিল ভাটিয়ালী গীত। তেনেদৰে এক 'গন্না' কঢ়িওৱা 'বেলগাড়ী'ৰ যাত্ৰাৰ অন্তত চেনিকলৰ চৌহদত কাহিলিপুৱা প্ৰথম দেখা পাইছিল মমতা নামৰ গাভৰু ছোৱালীজনীক। জীৱনৰ সেই প্ৰথম সাক্ষাতত ইজনে সিজনক যি চুম্বকৰ দৰে আকৰ্ষণ কৰিছিল তাৰ মাত্ৰা যেন এতিয়াও কমা নাই। আৰম্ভ হ'ল এক আত্মহাৰা আকৰ্ষণ। আৰু লগে লগে ৰক্ষণশীল পৰিয়ালত প্ৰচণ্ড 'তুফান'। মাজ সাগৰৰ আপোনভোলা নাৱৰীয়াজনৰ দৰে সেই তুফানত ৰঘুপতিৰ টুলুঙা নাও হ'ল দিশহাৰা। অৱশেষত ৰঘুপতিয়ে মমতাক বুকুত সাৱটি কুঁহিয়াৰৰ গাড়ী চেনিকলতে এৰি বেলত উঠিল এখন স্বপ্নৰ ঠাই বিচাৰি। সেই যাত্ৰাৰ শেষ সীমা ডিব্ৰুগড়ত বেলৰপৰা নামি হিন্দী স্কুলৰ শিক্ষক যাদৱ মাষ্টাৰৰ আশ্ৰয় ল'লেহি। সেইবাৰেই প্ৰথম ঘৰৰ বাহিৰলৈ আহি ৰঘুপতি আৰু মমতাই জন্মস্থানৰপৰা চিৰবিদায় ল'লে। অচিনাকি স্থানত, অচিন পৰিবেশত আৰম্ভ কৰা জীৱনত তেওঁলোকৰ প্ৰধান সম্বল আছিল এক শক্তিশালী প্ৰেমৰ বান্ধোন, যিয়ে যোগাইছিল জীয়াই থকাৰ প্ৰেৰণা। সেয়েহে তেওঁলোকে আৰু কোনোদিনে পিছলৈ উভতি চোৱা নাছিল।

তাহানিৰ 'ৰঘু'ৰ নাম পঢ়াশালিত যোগ দিওঁতে হেড্‌পণ্ডিতে দিছিল ৰঘুপতি প্ৰসাদ গুপ্তা। বন্ধুৰ মাজত তেওঁৰ নাম হৈছিল ৰঘুপতি আৰু বৰ্তমান সমাজখনত পৰিচিত হ'ল 'ৰঘুপতিজী' বুলি। বয়সৰ লগে লগে নামটোৰ লগত সন্মান জড়িত হয়। ভব্য-গব্য স্থূলকায় ৰঘুপতিজীৰ পিন্ধনত এক সাধাৰণ চুৰীয়া আৰু বগা খদ্দৰৰ চিলোৱা চোলা, ভৰিত 'প্লাষ্টিক'ৰ চপ্পল। চেহেৰা আৰু গাম্ভীৰ্য্যই সততে তেওঁক সমাজত এক সন্মানৰ স্থান দি আহিছে। সুঠাম চেহেৰাৰ এই ৰঘুপতিজীয়ে কাট্‌পিচ কাপোৰ, বেডকভাৰ, টেবুল ক্লথ, শাৰী, মেখেলা-চাদৰ আৰু ধুতীৰ মেটমৰা বোজা চাইকেলত বান্ধি পুৱা সাত বজাত

ঘৰৰপৰা গৈ পোন্ধৰ-বিশ কিলোমিটাৰ দূৰৰ গাঁৱৰ ঘৰে ঘৰে বিক্ৰী কৰি ধন উপাৰ্জন কৰি আহিছে। ব্যৱসায়টো বেছি লাভজনক নহয় যদিও সৰু সংসাৰখন চলাই থাকিব পৰা এটা স্বাধীন কাম। যৌৱনত 'বেলগাড়ী'ত কুঁহিয়াৰ বোজাই কৰা আৰু এতিয়া চাইকেলত বোজাই কৰা ব্যৱসায়ৰ মাজত তেওঁ এক সাদৃশ্য বিচাৰি পোৱাত একাণপতীয়াকৈ এই ব্যৱসায় চলাই যোৱাত উদ্যম পাইছে, তাতে আকৌ মমতাৰ মৰম সনা প্ৰেৰণা। কালক্ৰমত মমতায়ো এটা হাত-চিলাই মেচিন কিনি ঘৰতে থকা ওচৰ-চুবুৰীয়াৰ ইটো-সিটো চিলাই দি কিছু টকা উপাৰ্জন কৰিব পৰা হ'ল। চাইকেলত টোপোলাবোৰ বন্ধাৰ লগে লগে মমতাই ষ্টেইনলেছ ষ্টিলৰ ডাঙৰ টেমাটোত তিনিখনমান দগ্ধা ৰুটী, দুচকলমান পিয়াঁজ, কেঁচা জলকীয়া আৰু আচাৰ দি বস্তুখিনি সময়মতে খোৱাৰ প্ৰতিশ্ৰুতি লৈ ৰঘুপতিক দিনটোৰ বাবে বিদায় দিয়ে। দিনটো কুশলে যাবলৈ ভগৱানৰ প্ৰতি সেৱা জনাই মমতাৰ প্ৰেমৰ জীয়া উমেৰে ৰ'দ-বৰষুণক আওকাণ কৰি ৰঘুপতি যায় গাঁৱৰ ঘৰে ঘৰে। তিনি-চাৰি ঘৰমান গাঁৱৰ সম্ভ্ৰান্ত পৰিয়ালত ৰঘুপতিজীয়ে দিনৌ ভুমুকি মাৰে। মৌজাদাৰ চৌধুৰীৰ ঘৰখন তেওঁৰ অতি আপোন হৈ পৰিছে। সেইখন ঘৰলৈ সঘনে আহি থকা আলহী-দুলহীও ৰঘুপতিজীৰ গ্ৰাহক। আপোনভাৱে আকোঁৱালি লোৱা এজন ফেৰীৱালাক তেওঁলোকে চাহ-জলপানৰ বাহিৰে ভাত-পানীও যচা হ'ল। অসমীয়া সমাজখনত আতিথ্যপৰায়ণতা আৰু সৰলতা দেখি ৰঘুপতিজী অভিভূত হৈ পৰিছিল। টোপোলাবোৰ খুলি খুলি গ্ৰাহকক আকৰ্ষণ যোগোৱাৰ লগে লগে একাপ চাহ এই চিনাকি ফেৰীৱালাজনক যচাটো প্ৰায় প্ৰতিটো পৰিয়ালতে নিয়মত পৰিণত হৈছিল। সমাজখনৰ পৰা পোৱা এই আদৰে ৰঘুপতিজীক বয়স বাঢ়িলেও এই কষ্টসাধ্য জীৱিকা চলাই থাকিবলৈ প্ৰেৰণা যোগাইছিল।

এই ব্যৱসায়ৰ প্ৰথমদিনাৰ সোঁৱৰণ এতিয়াও ৰঘুপতিজীৰ মনত সজীৱ হৈ আছে। মৌজাদাৰ চৌধুৰীৰ গাঁওখনত সোমোৱাৰ লগে লগে কেইটামান ঢেকুৰা কুকুৰে অচিনাকি মানুহ আৰু চাইকেলত টোপোলাবিলাক দেখি ভুকি ভুকি চাইকেলৰ লগে লগে ফুৰিছিল। তাৰপৰা পৰিত্ৰাণ পাবলৈ তেওঁ যিঘৰ মানুহৰ চোতালত চাইকেল ৰখাইছিল সেইঘৰেই মৌজাদাৰ চৌধুৰীৰ ঘৰ। ৰ'দত ঘামি-জামি বহুদূৰ চাইকেলত বোজা কঢ়িওৱা মানুহজনক বহিবলৈ এখন চকী দি হাতত এখন বিচনী তুলি দিছিল মৌজাদাৰৰ পত্নীয়ে। কুকুৰে কামোৰা ভয়ৰপৰা সেইদিনা তেওঁ ৰক্ষা পাইছিল। পৰৱৰ্তী দিনবোৰত কুকুৰবিলাকে তেওঁক কোনোদিন আমনি দিয়া নাছিল। গাঁৱলীয়া সমাজখনৰ নিভাঁজ মৰমে

ৰঘুপতিজীৰ উপাৰ্জনৰ পথ জীয়াই ৰাখিলে। সেই মৰমবোৰ যেন তেওঁ কঢ়িওৱা কাপোৰৰ ভাঁজে ভাঁজে সঞ্চিত হৈ আছিল। কালক্ৰমত ৰঘুপতিয়ে পাহৰি গ'ল তেওঁৰ জন্মস্থান চিতাপুৰৰ কথা। অসমীয়া সমাজখনৰ আদৰৰ উমক স্থায়ী কৰিবলৈ ৰঘুপতি-মমতাই পুত্ৰৰ নাম থ'লে উদয। অসমীয়া সমাজত এক আদৰৰ নাম। সময়ত সেই উদযক যাদৱ মাষ্টৰৰ হিন্দী স্কুলত নাম নলগাই অসমীয়া পঢ়াশালিত অসমীয়া মাধ্যমত পঢ়িবলৈ দিলে। অসমীয়া সমাজৰ বৰঘৰত বিভিন্ন সময়ত এনে বহু পৰিয়াল আহি মিলি গৈছে। দিন বাগৰাৰ লগে লগে ৰঘুপতিযেও গ্ৰাহক মহিলাসকলক মাইজী, বহিনজী বুলি মাতিবলৈ এৰি আইতা, মাহীদেউ, বাইদেউ আদিৰে সম্বোধন কৰা হ'ল। মনোগ্ৰাহী কাপোৰ আৰু উচিত দাম আৰু ব্যৱসাযীজনৰ সততাই গ্ৰাহকসকলক অধিক আকৃষ্ট কৰিলে।

কালক্ৰমত ৰঘুপতিজীৰ চাইকেলখন পুৰণা হৈ পৰিল। অ'ত ত'ত মামৰ ধৰিলে। তেওঁৰ মুখত বয়সৰ আঁচোৰ পৰিছে। বয়সে যেন তেওঁক এই কষ্টসাধ্য ব্যৱসায চলাই যোৱাত কিছু পৰিমাণে হ'লেও বাধাৰ সৃষ্টি কৰিছে। চকুৰ আগতে গাঁৱৰ ৰাস্তা-পদূলিবিলাক পকা হ'ল। জুহাল আৰু তাঁতৰ শালৰপৰা মহিলাসকলে উঠি আহি ৰঘুপতিজীয়ে পোহাৰ মেলা কাপোৰ চোৱাত ব্যস্ত হৈছিল যদিও এতিযা টিভিত মগ্ন মহিলাসকল টিভি এৰি আহিব নোৱাৰা হ'ল। ঘৰ-দুৱাৰবিলাক জাক-জমককৈ সজোৱাৰ প্ৰতিযোগিতা গাঁৱলৈকো বিস্তাৰিত হ'ল। এইদৰে মানুহৰ জীৱনধাৰাৰো পৰিৱৰ্তন হোৱাত ক্ৰামান্বয়ে গাঁৱলীয়া জীবনত ৰঘুপতি ফেৰীৱালা যেন কিছুপৰিমাণে হ'লেও অপ্ৰাসঙ্গিক হৈ পৰিল। সেই পৰিৱতনে ৰঘুপতিজীৰ মেট-মৰা বোজা কঢ়িওৱা ব্যৱসায়ক বাৰুকৈয়ে আঘাত হানিলে। জীৱিকাৰ স্বাৰ্থতহে তেওঁ কষ্টকৰ ব্যৱসায় চলাই গ'ল।

উদয ডেকা হৈ তজবজীয়া হ'ল। তাৰ বন্ধু-বান্ধৱ বৃদ্ধি হ'ল। কিন্তু ৰঘুপতিজীৰ একে ব্যৱসায় চলি থাকিল। পূৰ্বৰ উৎসাহ নাই যদিও অন্য পন্থা নোহোৱালৈকে এইদৰেই উপাৰ্জন কৰিব লাগিব। উদয় ডেকা হোৱাৰ লগে লগে মমতাৰ চিলাই মেচিনো তীব্ৰ গতিত চলিব ধৰিলে। ইতিমধ্যে মমতাৰ হাতৰ নিখুঁত চিলাইৰে এই ঘৰুৱা ব্যৱসায়ে প্ৰায় এটা স্থায়ী ৰূপ ল'লে। ৰঘুপতিও আশ্বস্ত হ'ল—কাৰণ সংসাৰত প্ৰয়োজন হোৱা ওপৰঞ্চি ধনখিনি মমতাই ঘাম মাটিত পেলাই সংগ্ৰহ কৰিব পাৰিছে। ৰঘুপতিৰ চাইকেলৰ গতি ধীৰ হোৱাৰ সময়তে মমতাৰ চিলাই মেচিনৰ তীব্ৰতা বাঢ়িলে। জীৱনলৈ সমস্যা আহিলে সকলো বিপদে মানুহক জুমুৰি দি ধৰেহি। মুখ খুলি নক'লেও ৰঘুপতিৰ

ফেৰীৱালা ব্যৱসায়ৰ প্ৰতি মমতা আৰু উদয়ৰ মনোভাবৰ ক্ৰমান্বয়ে পৰিৱৰ্তন ঘটিল। মমতাৰ চিন্তা—দিনকাল বেয়া হ'ল। তাতে মানুহজনৰ বয়স বাঢ়িল। তেনে সময়ত এই ব্যৱসায়ৰ দ্বাৰা মানুহজনৰ নিৰাপত্তা নোহোৱাৰ লগতে শৰীৰটোৰ প্ৰতিও চকু ৰাখিব লগা হ'ল। উদয় ডেকা ল'ৰা। তাৰ বন্ধু-বান্ধৱৰ মাজত ঘৰুৱা কথা-বতৰাবিলাকো আলোচনা হয়। ফেৰীৱালা হিচাপে দেউতাকৰ কিবা কথা-বতৰা সিহঁতৰ বন্ধু সমাজত আলোচিত হয় বুলি সি সদায় সচেতন হ'বলগীয়া হ'ল। এইবিলাক কথাৰ উমান ৰঘুপতিয়ে নোপোৱা নহয়। কিংকৰ্তব্যবিমূঢ় হৈ ৰঘুপতিয়ে আগৰ ব্যৱসায়েই চলাই গ'ল যদিও নতুন উপাৰ্জনৰ পথ বিচাৰি মনটো হাঁহাকাৰ কৰি উঠিল।

মানুহৰ জীৱনলৈ দুৰ্ভাগ্য সাধাৰণতে অকলে নাহে। ৰঘুপতিৰ ব্যৱসায়ৰ দোদুল্যমান অৱস্থাতে অবাঞ্ছিতভাৱে ঘটনাটো ঘটিল। সময়ৰ পৰিৱৰ্তনৰ লগত মানুহৰ জীৱনধাৰাৰ যি পৰিৱৰ্তন ঘটিছে সিয়েই হয়তো এই ঘটনাত প্ৰভাৱ পেলালে। সেইদিনা শনিবাৰ। কামলৈ যাওঁতেই পুৱা ৰঘুপতিয়ে ভাবিলে-— কাইলৈ দেওবাৰৰ দিনটো ঘৰতে থাকি জিৰণি ল'ব লাগিব। আজি তেওঁৰ গাটোও অৱশ লাগিছে। আহিন মাহ যদিও ৰ'দৰ চোক কমা নাই। গাঁৱৰ কেঁচা ৰাস্তাৰ লিকে লিকে চাইকেল চলোৱা মানুহটোৱে এতিয়া পকা ৰাস্তা পায়ো আনন্দিত হোৱা নাই। পৰাপক্ষত যেন চাইকেলৰ চকা নুঘুৰিব গাঁৱৰ ফালে। মানুহবিলাক বৰ ব্যস্ত হৈ পৰিল। আন্তৰিকতাৰে কথা-বতৰা পতা দূৰৰ কথা, ভালকৈ সোধ-পোছ কৰিবলৈকো কাৰো সময় নোহোৱা হ'ল। প্ৰথম গাঁৱলৈ যোৱাৰ দিনা খেদি ফুৰা ভতুৱা কুকুৰকেইটাৰ কেবাটাও জনম অতিবাহিত হ'ল। গাঁৱলৈ সোমোৱা পথচোৱাৰ কিছু অংশ সিহঁতে ৰঘুপতিৰ চাইকেলৰ লগে লগে নেজ জোকাৰি সংগ দিয়া হ'ল। এই নিৰীহ প্ৰাণীকেইটাই হয়তো দেখি দেখি আপোন ভাবি তেওঁক সদায় আদৰণি জনায়। ক'ব নোৱাৰাকৈয়ে এটা মুহূৰ্তত ৰঘুপতিৰ চাইকেল আহি চৌধুৰীৰ পদুলিত ৰ'লহি; তাহানিৰ সেই চোতালখনত এতিয়া এটা দুমহলীয়া পকী ঘৰ উঠিছে। মৌজাদাৰণী আইতাই ইতিমধ্যে ইহলীলা সম্বৰণ কৰিছে। এতিয়া মৌজা চলোৱাৰ দায়িত্ব মৌজাদাৰ যেন নলগা ডেকা পুতেকৰ ওপৰত। আজি ভালেমান দিনৰ মূৰত ৰঘুপতি মৌজাদাৰৰ ঘৰলৈ আহিছে। তেওঁ চাইকেলখন ভিতৰলৈ সুমুৱাই নৈ গ'ল আৰু বাৰাণ্ডাত থকা 'কলিং বেলটো' দুবাৰমান বজাই দিলে। কাৰো সাৰ-সুৰ নাই। তথাপি আকৌ দুই-এবাৰ বেলটো বজালে। এইবাৰ সম্মুখৰ দুৱাৰখন খোল খালে আৰু ভাওনাৰ মজিয়ালৈ দস্তু ৰাৱণৰ প্ৰবেশ ঘটাৰ দৰে মৌজাদাৰৰ নুমলীয়া পুত্ৰ

ওলাই আহি তৰ্জন-গৰ্জন কৰিলেহি। দুপৰীয়াৰ আহাৰ গ্ৰহণ কৰি নিদ্ৰাত মগ্ন হোৱা ডেকাৰ টোপনিত ব্যাঘাত ঘটোৱাত ৰঘুপতিৰ ওপৰত গালি-গালাজ বৰ্ষণ হ'বলৈ ধৰিলে। ঘটনা ইমানলৈকে গ'ল যে ৰঘুপতিক তেওঁ তই তই বুলি বাৰে বাৰে সম্বোধন কৰি আজিৰপৰা তালৈ আহিলে মৰিয়াই হাত ভাঙি দিম বুলি গালি-গালাজ কৰিলে। এই অপ্ৰত্যাশিত ব্যৱহাৰত ৰঘুপতি, সমাজৰ 'ৰঘুপতিজী' শিল পৰা কপৌৰ দৰে থিয় হৈ থাকিল। ইমান দিনে এইখন সমাজত, এইখন ঘৰত পোৱা মান-সন্মানবিলাকৰ বৰপীৰাখন যেন মাটিৰ তলত সোমাই পৰিল। তেনে ব্যৱহাৰত ৰঘুপতি নিৰ্বাক-নিষ্পন্দ হৈ শিলৰ মূৰ্তিটোৰ দৰে জঠৰ হৈ থাকিল। হতভম্ব হোৱা শান্ত আৰু জৰ্জৰিত ৰঘুপতিৰ মনটো এখন কাঁচৰ দৰে যেন ভাগি-ছিগি ছিন্ন-ভিন্ন হৈ পৰিল। তথাপি কোনোমতে অৱশ আৰু অভিশপ্ত দেহাৰে কাপোৰৰ বোজাটো কঢ়িয়াই আনি ৰঘুপতি ঘৰ পালেহি আৰু মমতাৰ আগত স্বাভাৱিক অৱস্থাৰ অভিনয় কৰিবলৈ চেষ্টা চলালে। ৰঘুপতিৰ নিৰাপত্তাৰ প্ৰতি সন্দিহান হৈ থকা মমতাই কিন্তু বিপদৰ উমান পাই শিয়ৰি উঠিল। একো কথা-বতৰা নুসুধি ৰঘুপতিক এলোটা পানী আৰু গামোচাখন আগবঢ়াই দি একাপ চাহ আনি দিলে। ইতিমধ্যে ৰঘুপতি বিছনাখনত চিত হৈ বাগৰি পৰি যেন চিন্তাৰ সাগৰত ডুব গ'ল। মমতাই তেওঁৰ কপালত আলফুলে হাতখন ফুৰাই দিলে। আহিয়েই বিছনা লোৱাটো ৰঘুপতিৰ জীৱনৰ এটা ডাঙৰ ব্যতিক্ৰম। মমতাই মাথোঁন কাকুতি কৰি ক'লে—কাইলৈৰ পৰা কেইদিনমান গাঁৱলৈ যাব নালাগে। চিতাপুৰত এৰি অহা এক অধ্যায়ৰ দৰে ৰঘুপতিৰ জীৱনৰ অন্য এক অধ্যায়ো প্ৰায় একে পৰিস্থিতিৰে সমাপ্তি ঘটিল।

আকৌ জীয়াই থকাৰ তাড়নাত এক নতুন অধ্যায়ৰ পাতনি মেল খালে। উদয় বন্ধুবৰ্গৰ স'তে ব্যস্ত হৈ পৰিল। ৰঘুপতি-মমতা জল্পনা-কল্পনাৰ সাগৰত ডুব গ'ল। অৱশেষত বজাৰৰ কোঠাটোৰ বন্দৱস্ত হ'ল। অৱশেষত কলেজীয়া ছাত্ৰৰ হস্তক্ষেপত বেংকৰ ঋণৰ ব্যৱস্থা হ'ল আৰু 'ছানৰাইজ গাৰমেণ্ট'ৰ শুভাৰম্ভ হ'ল।

পূজাভাগৰ অন্তত প্ৰসাদ বিতৰণ হ'ল, আবেলি সময়ত চাহ-জলপান খাবলৈ ইজন-সিজন আহিল। অতিথিসকলক মমতা আৰু উদয়েই আপ্যায়ন কৰিছে। ৰঘুপতিয়ে গ্ৰাহকসকলৰ খা-খবৰ ৰাখিছে। উদয় বাট চাই আছে বন্ধুবৰ্গ· অহালৈ। মমতায়ো বিশেষ যোগাৰ ৰাখিছে। সিহঁতৰ কাৰণেই ইমান টকাৰ ঋণটোত বেঙ্কে ইমান কম সময়তে অনুমোদন জনালে। কেক্, পেটিচ, পায়স, মিঠাই এই সকলো যোগাৰ কৰি ৰাখিছে। পুতেকৰ বন্ধুকেইজনক মাত্ৰ দুই-

এদিনহে লগ পাইছে যদিও সিহঁতৰ মৰমলগা মুখবোৰ আৰু অমায়িক ব্যৱহাৰে মমতাৰ মন মুহি থৈছে। দিনটো ঘৰত নথকা ৰঘুপতিয়ে চহৰখনৰ বহুত মানুহক চিনি নাপায়। উদয়ৰ কোনো বন্ধুক হয়তো তেওঁ আগতে কেতিয়াও লগ পোৱা নাই। কিন্তু সিহঁতৰ বিষয়ে ৰঘুপতিয়ে মমতাৰ মুখত বহুত কথা শুনি শুনি এক ধাৰণা কৰি লৈছে। আত্মীয়-স্বজনৰ লগত সম্পৰ্ক নৰখা এই সৰু পৰিয়ালটোৰ কাৰণে বিভিন্ন সময়ত লগ পোৱা মানুহবোৰেই যেন আপোন হৈ পৰিছে। সময়ে সময়ে বন্ধু-বান্ধৱে আপোন মানুহতকৈও বহুত বেচি সহায় কৰে। অৱশেষত সুন্দৰ সাজ-পাৰেৰে চাৰি-পাঁচজন তজবজীয়া ডেকা ল'ৰা দোকানত সোমাল। আজিৰ এই দোকানখনৰ সিহঁতিয়েই যেন জন্মদাতা। ৰঘুপতিয়ে এজন গ্ৰাহকক চাহ-মিঠাই যাচি বিক্ৰী হোৱা ছাৰ্টটোৰ মূল্য সংগ্ৰহ কৰি সোনকালে বিদায় দিবলৈ ইচ্ছা কৰিলে, যাতে উদয়ৰ বন্ধুকেইজনক মাত এষাৰ লগাব পাৰে। ইতিমধ্যে ডেকাহঁতৰ প্ৰতি ৰঘুপতিৰ দৃষ্টি গ'ল। লগে লগে তেওঁৰ বুকুখনত যেন কোনোবাই এটা হাতুৰীৰে হঠাতে কোবাই দিলে। ৰঘুপতিয়ে চকুকেইটা মুদি আকৌ মেলিলে। এইবাৰ চছ্মাযোৰ খুলি চালে। হয় সিয়েই। এই মাজত বহাটোৱেই মৌজাদাৰ চৌধুৰীৰ নুমলীয়া পুতেক। আকাশখন ভাগি যেন তেওঁৰ মূৰৰ ওপৰত পৰিল আৰু আশাবোৰ যেন গলি গৈ পানী হৈ গ'ল। আকৌ এবাৰ ৰঘুপতি পৰাজিত হৈ থৰ লাগি ৰ'ল। এই অভাৱনীয় পৰিস্থিতিত ৰঘুপতি শিয়ৰি উঠিল। তেজবোৰ যেন উথলি উঠিল আৰু কাণ-মূৰ গৰম হ'ল। মৌজাদাৰ পুত্ৰ একমিনিটমানৰ কাৰণে থমকি ৰ'ল, কিন্তু পিছমুহূৰ্ত্তে সি নিজকে চম্ভালি লৈ একো হোৱা নাই যেন ভাবেৰে বাকীকেইজন ডেকা ল'ৰাৰ লগত সমানে হাঁহি-ধেমালিৰে কথা-বতৰা পাতিবলৈ ল'লে। মমতাৰ মুখেৰে সদায় শুনি অহা এই ডেকাকেইজনৰ মৰমলগা মুখবিলাকৰ পৰা নিগৰি ওলোৱা মিচিকিয়া হাঁহিৰ মধুৰ আৱেশ যেন 'ছানৰাইজ গাৰমেণ্টছ'ৰ প্ৰতিটো বিন্দুলৈ বিয়পি পৰিল। তাৰ পৰশত বিহ্বল হৈ পৰা ৰঘুপতিৰ উপলব্ধি হ'ল যে জীৱন ৰণত জয়ী হ'বলৈ এই অভিনয়ৰ অত্যন্ত প্ৰয়োজন। □

# প্ৰতীক্ষা

মোৰ দৃষ্টি নিবদ্ধ মুকলি আকাশখনত। অপলক দৃষ্টিৰে চাই আছো বহুত সময়। এইখন আকাশ চোৱাৰ অৱকাশ যেন মোৰ কোনো দিনেই হোৱা নাছিল। মই পাৰ কৰি অহা অফুৰন্ত সময়বোৰ, প্ৰহৰৰ পিচৰ প্ৰহৰ, দিনৰ পিচত দিনবোৰ যেন কেৱল পৃথিৱীখনতে আবদ্ধ কৰি ৰাখিছিলো। এটা পৰিবেশে মোৰ গধুৰ মনলৈ কিছু শান্তি আনিছে। মোৰ নিজৰ ভাববোৰ কিছু সময়ৰ কাৰণে হ'লেও জাগ্ৰত কৰিছে। বৈষয়িক আসক্তিৰ পৰা মুকলি হৈ মই যেন নীলা আকাশখনত বিচৰণ কৰি আছো। অস্তমিত বেলিৰ পোহৰ ক্ষীণ হৈ অহাৰ লগে লগে আকাশখন ক্ৰমান্বয়ে ৰাঙলী হৈ পৰিছে ঠিক ফাগুনত পলাশ জোপা তেজে ফুটু ফুটু হোৱাৰ দৰে। তাতে শিল্পীয়ে তুলিকাৰে ৰঙৰ বোল দিয়াদি হালধীয়া আৰু বেঙুনীয়া ৰং বিলাকো ফুটি উঠিছে, যেন আকাশখনেই এখন চিত্ৰপট। বগলিৰ কেবাটাও জাকে ধেনুভিৰীয়াকৈ শাৰী পাতি মোৰ চকুৰ আগেদি উৰি গৈছে নিজৰ বাহলৈ। মৌ-পিয়া চৰাই কেইটামানেও বিভিন্ন ভঙ্গীত আকাশত উৰি উৰি আনন্দত আত্মহাৰা হৈ আছে। দূৰৈৰ পাহাৰটোত থকা বেটেলিয়ন কেম্পটোত সন্ধিয়া পতাকা নমোৱা বিকুলৰ মৃদু ধ্বনি এটা ৰিব্ ৰিব্ বতাহ জাকে কাণলৈ বোৱাই আনিছে। কাহিলী পুৱাৰ আজান আৰু সন্ধিয়াৰ বিকুলৰ ধ্বনি দূৰৰ পৰা শুনি মই বৰ ভাল পাওঁ। চাওঁতে চাওঁতেই পৃথিৱীখনলৈ আন্ধাৰ নামি আহিল। চৰাই-চিৰিকতি বিলাকেও দিনটোৰ অন্তত বিশ্ৰামৰ কাৰণে নিজ নিজ বাহলৈ উভতি গ'ল। আন্ধাৰত ডুব যোৱা মনৰ সীমনাৰ বাহিৰৰ আকাশখনত সপ্তৰ্ষি মণ্ডল আৰু কেইটামান তৰাই ধিমিক্-ধামাককৈ ভুমুকি মাৰিলেহি।

আবেলিৰপৰাই বাৰাণ্ডাখনত বহিছো। কিমান সময় বহি আছো ভৱাই নাছিলো। বন্ধৰ দিনটোত আৰুনো কৰিবলগীয়া কিটো আছে। যি কৰিবলগীয়া বজাৰ-সমাৰ আছিল সেইবিলাক আগবেলাই কৰিলো। এখন বিয়াৰ নিমন্ত্ৰণ আছিল। নগলেই নহ'ব তেনে নহয়। তাতে আকৌ অকলেই হাতত এটা

আন্তৰিকতাবিহীন গতানুগতিকতা ৰক্ষা কৰা উপহাৰৰ টোপোলা লৈ বিয়া ঘৰত সোমাই 'সিংহাসন' পাতি/সাজিকাচি বহি থকা দৰা কইনাৰ ওচৰলৈ যোৱা কথাটোত মই বিব্ৰত হওঁ। সেই কাম শ্ৰীমতীৰ। মই পিচে পিচে গৈ থাকি তেওঁক সঙ্গহে দিওঁ। কি কৰো কি নকৰো ভাবি গুণি বহি থাকোতেই ৰূপালীয়ে চাহৰ কাপ-প্লেটযোৰ কাষৰ সৰু টেবুলখনত থোৱা 'কটং' কৈ হোৱা শব্দটোত মই সম্বিৎ ঘূৰাই পালো। ৰূপালীয়ে ক'লে—'দেউতা খাওক'। চাওকচোন ঠিক আছেনে নাই। মই তাইৰ ফালে চাই একো নেমাতি কাপ-প্লেটযোৰ হাতত তুলি ল'লো। হয় চাহ কাপৰ এই সময়ত বৰ প্ৰয়োজন হৈছে। ডিঙিটো প্ৰায় শুকাই গৈছে। তাই ড্ৰইং ৰূমৰ লাইটটো জ্বলাই দিয়াত খিৰিকীৰে পোহৰবোৰ বাৰাণ্ডাখনতও ছিটিকি পৰিল। মূৰৰ ওপৰৰ ফেনখনৰ বতাহক নেওচি মহ কেইটামানে আগুৰি ধৰিলেহি। অলপ সময়ৰ আগতে ৰঙীন আকাশখনত বিচৰণ কৰি থকা মোৰ মুকলি মনটো গৰম, আন্ধাৰ আৰু মহৰ অত্যাচাৰত আকৌ যেন পাৰ্থিব পিঞ্জৰাত বন্দী হ'ল।

কাপ-প্লেটযোৰ হাতত লৈ ড্ৰইং ৰূপলৈ আহিলো। ৰূপালীয়ে চাহ কাপ ভালেই বনাইছে, কাপটো মুখলৈ নি প্ৰথম শোহাটো মাৰিয়েই বুজিব পাৰিলো। বিয়াৰ পৰা দহ বছৰ মানলৈকে অৰুণিমাই মোক প্ৰতি পুৱা বিচনাতে একাপ অতি সুন্দৰ চাহ খুৱাইছিল। কেতিয়াবা কোনো কথাত মনোমালিন্য হ'লে, মানে মোৰ কথা-বতৰা পচন্দৰ নহ'লে চাহ কাপ বেড্ চাইদ টেবুলত থৈ গ'লে বুজিছিলো অভিমান কৰিছে। সেই অভিমান ভাঙিবলৈ মই একোৱেই যেন হোৱা নাই তেনে এটা ভাব দেখুৱাই থাকিলে কোনোবা এটা সময়ত অভিমানৰ কথা অৰুণিমায়ো পাহৰি গৈছিল। কেতিয়াবা আকৌ মনৰ আঘাট গুৰুতৰ যেন হ'লে অভিমান দিন জুৰি চলিছিল। মই তেনে অভিমানবোৰ ভালো পাইছিলো। কাৰণ, পৰৱৰ্তী পৰ্যায়ত মেঘ আঁতৰি যোৱা মুকলি নীলা আকাশখন বৰ সুন্দৰ লাগিছিল। তেতিয়া মুকলি আকাশৰ পূৰ্ণিমাৰ জোনটোৰ দৰে মুখখন উজ্জ্বল কৰি তেওঁ খিল্‌খিলকৈ হাঁহি মাতি নানা কথা পাতিছিল। চুনু ডাঙৰ হোৱাৰ লগে লগে ঘৰখনত কাম বন বঢ়াত কোনোবা এটা সময়ত পুৱাৰ সেই চাহ কাপৰ কাৰণে মই বিচনাত বাট চাই নেথাকি পিচফালৰ বাৰান্দাখনত বহিবগৈ লগীয়া হ'ল। আজৰি সময়ত অৰুণিমা আৰু মই 'চুনু-মুনুক' লৈয়ে ব্যস্ত হ'লো। চুনুক অৰুণিমাই মৰমতে 'মোৰ চুনু-মুনুটো' বুলিয়েই কৈছিল। যদিও মই মুখ ফুটাই কোৱা নাই, অৰুণিমাই হয়তো জানে সেই চাহ কাপৰ প্ৰতি মোৰ দুৰ্বলতা কিমান। সেয়েহে সময় সুবিধা বুজি চাহ কাপৰ সোৱাদ দুপৰীয়া বা সন্ধিয়া

অৰুণিমাই মোক মাজে মাজে দি আহিছে। এতিয়া অৰুণিমাৰ অনুপস্থিতিত ৰূপালীয়ে তেনে একাপ চাহ বনাই দিবলৈ চেষ্টা কৰিছে। সোৱাদ হ'লেও কিন্তু চাহ কাপত যেন অৰুণিমাৰ সুবাসটো নাই। নিঃসঙ্গ অৱস্থাত গৰম চাহ একাপ মানুহৰ সঙ্গী বুলি ভৱা হয় যদিও আজি যেন তাৰ কিবা এটা ব্যতিক্ৰম হৈছে। ৰূপালী আৰু তাইৰ ককায়েক খৰ্গেশ্বৰ মোৰ লগত এইখন ঘৰতে থাকি মোৰ নিঃসঙ্গতাৰ সাক্ষীহে হ'ব পাৰে—সঙ্গী হ'ব নোৱাৰে।

ড্ৰইংৰূমৰ নিমাওমাও পৰিবেশটো ভঙ্গ কৰি খৰ্গেশ্বৰে মাত দিলেহি— 'দেউতা আজি ৰাতি কি খাব কওক।' মই তাক আলস্য ভাৱেৰে ক'লো— যি আছে চাই-চিতি তয়েই ঠিক্ কৰি ৰন্ধা বঢ়া কৰগৈ। অৰুণিমাই সিহঁত দুয়োটাক মোৰ আলপৈচান ধৰাৰ প্ৰশিক্ষণ দি গৈছে। সেয়েহে সিহঁত দুটাই মোক পৰিচৰ্য্যা কৰা কামত তৎপৰ হৈ আছে। আমি দুয়ো কিছুদিন আগলৈকে টলৌ-টলৌকৈ ফুৰা-চকা কৰি ঘূৰি ফুৰি ভাল পাইছিলো। বন্ধু বান্ধৱৰ ঘৰ, চিনেমা, ৰেস্তোৰাঁত ঘূৰাত আমাৰ দুয়োৰে মনৰ অদ্ভুত মিল আছিল। সেই বিলাক এতিয়া কমিছে। কিন্তু মোৰ লেখা বিলাক অৰুণিমাক পঢ়ি শুনোৱা, অৰুণিমাৰ উলৰ ডিজাইনটোত মোৰ মতামত দিয়া আৰু সেই মতামতবোৰৰ মতে সংশোধন কৰা এতিয়াও চিৰন্তন সত্য হৈ আছে।

অৰুণিমা যোৱাৰ দুমাহ হ'ল। এই ঘৰখনত এবাৰ নে দুবাৰ অগত্যা এৰাব নোৱাৰা কথাৰ বাহিৰে মোৰ অকলে থকা মনত নপৰে। যেতিয়াই আছো অৰুণিমা আৰু মই একেলগে আছো। একেলগেই জীৱনৰ পৰিকল্পনা কৰিছো। ঘৰখনৰ যাবতীয়, গৃহস্থই কৰিবলগীয়া কাম বিলাক ভাগ বতৰা কৰি কৰিছো। দুয়োৰে সম্মত ৰুচিৰ মতে খোৱা-বোৱা, পিন্ধা-উৰা কৰিছো। আমাৰ সৰু সংসাৰখনত যতি পৰিবলগীয়া কোনো কথাই হোৱা নাই। মাজে মাজে মই কাৰ্য্যালয়ৰ কাম-কাজত বাহিৰত থাকিবলগীয়া কথাটো আমাৰ কাৰণে চিন্তাৰ বিষয় হয়। আগতে ভাবিছিলো এয়া আমাৰ অন্তৰৰ আকৰ্ষণ। আজিকালি লগতে ভাব হয় আমি দুয়ো দুয়োৰে ওপৰত বৰ নিৰ্ভৰশীল। এটা সময়ত মাকৰ কোলাৰ পৰা চুনুৱে মই চলোৱা গাড়ী খনৰ পিছৰ চিটটো দখল ল'লে আৰু তাতোকৈ ডাঙৰ হৈ আমাৰ দ্বিতীয় শোৱনীকোঠাটোৰ অধিকাৰী হ'ল। তাৰ পিছত চুনুক বাহিৰত পঢ়িবলৈ পঠিওৱাৰ পিছত এটা ত্ৰিভূজৰ দৰে হৈ থকা আমাৰ পৰিয়ালটোত আমি দুয়ো এডাল সমান্তৰাল ৰেখাৰ দুই মূৰত অৱস্থান কৰিলো। অৰুণিমাক নিঃসঙ্গ কৰি মই নিজাববীয়াকৈ বন্ধু-বান্ধৱৰ লগত বেছি সময় কটোৱাটো যি দৰে ভাল পোৱা নাছিলো সেইদৰে অৰুণিমাইও মোক অকলশৰে

এৰি একেখন চহৰতে থকা মাকৰ ঘৰত ৰাতি থকাকৈ যোৱাটো পচন্দ কৰা নাছিল। কিন্তু চনুৱে হাৰভাৰ্ড বিশ্ববিদ্যালয়ত অধ্যাপক হৈ প্ৰিয়ানুজ বৰুৱা নামেৰে সুখ্যাতি লভি আমেৰিকাত আমাৰ এখন নতুন ঘৰ পতাত আমাৰ দুই নাঁৱত দুই ভৰি হোৱাদি হ'ল। ইখন-সিখন ঘৰৰ মাজত সংযোগ মাধ্যম কেৱল টেলিফোন। লাগ বুলিলে আমিও থিতাতে যাব নোৱাৰো, সিও আহিব নোৱাৰে। সন্তান ইমান দূৰত থাকিলে সন্তানৰো মনত শান্তি নেথাকে মাক বাপেকৰো দুঃচিন্তাই লগ নেৰে।

যোৱা দুমাহ ধৰি খৰ্গেশ্বৰ, ৰূপালী থকা স্বত্বেও মই এই ঘৰখনত অকলশৰে ক্ষণ গণি গণি সময়বোৰ পাৰ কৰিছো। সময়ে মানুহৰ মনৰ বিপৰীত দিশে গতি কৰে। যেতিয়া ক্ষিপ্ৰতাৰে সময় যোৱাৰ কামনা কৰা হয় তেতিয়া ইয়াৰ গতি ধীৰ হয় আৰু হাতত অধিক সময় কামনা কৰা সময়ত ইয়াৰ গতি তীব্ৰ হয়। লেখা-পঢ়া , টিভি চোৱাৰ পৰা বিৰত থাকি আলস্যভাৱে চোফাখনত বহি থাকি মই বাট চাই আছো দিনটোৰ দ্বিতীয়টো ফোন কলৰ কাৰণে। অলপ সময় পিচত নটা বজাত ফোনটো আহিব। পোন্ধৰ মিনিটমান মই অৰুণিমাৰ লগত নিৰিবিলিভাৱে সুখ-দুখৰ কথা পাতিব পাৰিম। এই সময়ত সাত সাগৰ তেৰ নদীৰ সিপাৰত অৰুণিমা অকলশৰীয়া। চনু কাৰ্যালয়লৈ ওলাইযোৱাৰ পিছত, বোৱাৰী বাথৰুমত থাকোতে অৰুণিমাই ফোনটো কৰাৰ সময়কণ বাছি লৈছে। হয়তো কণমাণি নাতিটো এই সময়ত টোপনিত মগ্ন থাকে। ৰাতিপুৱা আঠবজাত ফোনটো পাওঁতে চনুহঁতৰ আগৰাতি অফিচৰ পৰা ঘূৰি অহাৰ সময়। চনু, বোৱাৰী আৰু অৰুণিমাই হুলস্থুল কৰি মোৰ লগত কথা বতৰা হয়। চনুহতঁৰ মনৰ ভাব অকলশৰে থাকি আমনি পোৱা মোৰ মনটো সিহঁতৰ আধা ঘণ্টামান জোৰা কথা বতৰাই দিনটোলৈ প্ৰফুল্লিত কৰি ৰাখিব পাৰিব। গধূলি আমি নিবিড়ভাৱে কথা পাতো বহুত দূৰে দূৰে থাকি কেৱল বায়ুমণ্ডলত থকা অলেখ কণিকাৰ সমষ্টিৰে দূৰসংযোগ স্থাপন কৰি। আজি মোৰ মনৰ ভাবধাৰাই অন্য ৰূপ লৈছে। মোৰ ভাৱ হৈছে বৈচিত্ৰময় প্ৰকৃতি আমাৰ পাৰ্থিব সুখ-দুখতকৈ বহুত চহকী।

অৰুণিমা ঘূৰি অহাৰ দিনটোৰ অনিশ্চয়তাত মইনো কিমান অভিনয় কৰি যাম? নাতিটোৰ তিনিমাহ নোহোৱাকৈ গুচি আহিলে নিশ্চয় সিহঁতৰ বৰ অসুবিধা হ'ব। ইমান দূৰত থাকি অকলেই বোৱাৰীয়ে তাক কেনেকৈ ডাঙৰ দীঘল কৰিব? আমাৰ দিনৰ কথা বেলেগ আছিল। মই আৰু অৰুণিমাই কথা বিলাক বুজি পাওঁ, কিন্তু হৃদয়ঙ্গম কৰো কেনেকৈ? টেলিফোনত সিহঁত আটাইবিলাকে মই

কি কৰি থাকিব লাগে, কি কৰিব নালাগে কৈ যায়, মই শলাগি যাওঁ, ৰাতি বিচনাত সেই বিলাক পাগুলি চাওঁ। মই একো অসুবিধা হোৱা নাই বুলি কওঁ। আমনি লগা নাই বুলি কওঁ, লেখা-পঢ়া, ফুৰা-চকাত ব্যস্ত থকা বুলি কওঁ। যিমানেই যি নকওঁ কিয় অৰুণিমাই জানে যে মই সময়ৰ ক্ষণ গণি আছো। অভিনয় কৰিছো—কিন্তু চুনু আৰু বোৱাৰীৰ আগত সেই কথা প্ৰকাশ নকৰো। দিনটোত অফিচৰ বহুত মানুহ লগ পাওঁ। কিন্তু মোৰ আজিকালি এনে লাগে যেন মানুহে কোলাহল বঢ়ায়। মই কোলাহললৈ ভয় কৰা হৈছো। এক আন্তৰিক নিৰিবিলি পৰিবেশহে মোৰ কাম্য। মই যেন এতিয়া এক অবুজ শিশু—সদ্যজাত নাতিটোতকৈও অবুজ, কাৰণ তাৰ কাষৰ পৰা অৰুণিমাক কাঢ়ি আনিব খোজাটো মোৰ কাম্য। সি জন্ম হোৱাৰ এমাহ আগতেই অৰুণিমা গৈছে আৰু হয়তো দুমাহ মানৰ পিচতহে অহাৰ কথা ওলাব। অথচ ইয়াত মই ঘৰ-দুৱাৰ আৰু ৰূপালী, খৰ্গেশ্বৰ হতঁৰ চকিদাৰ হৈ থাকি যাবলগীয়া হৈছে। যি দৰে অৰুণিমা থাকিবলগীয়া হৈছে ইমান আতঁৰত কেচুৱাটোৰ ৰখীয়া হৈ।

কথাবিলাক ভাবি থাকোতেই ফোনটো ক্ৰিং ক্ৰিংকৈ বাজি উঠিল। মই জানো, কাৰ ফোন। কিন্তু মই লৰচৰ কৰা নাই। এটা বিৰক্তিৰ ভাবত মই আসক্ত হৈ আছো। বহুত সময় বাজি বাজি ফোনটোৰ শব্দ বন্ধ হ'ল। খন্তেক পিচত আকৌ বাজিল। এইবাৰ ৰূপালীয়ে ফোনটো ধৰি হেল্ল! হেল্ল! কৰিলে। তাই ক'লে "অ' বাইদেউ, দেউতা আছে। আপোনালোকৰ ভালনে? নাই নাই টোপনি অহা নাই—গাও ভালে আছে—নাই নাই মই মিছা কথা কোৱা নাই। দেউতাক দিছো ৰব।" তাই কৰ্ডলেচ ৰিচিভাৰটো আনি মোৰ হাতত দিলেহি। মই খন্তেক নিথৰ হৈ থাকি কহৰ কহৰ কৈ কেইটামান কাঁহ মাৰি সুধিলো— "কোৱা! ভালে আছাতো?" কথাটো মই ক'বলৈকে পালো সিফালৰ পৰা অৰুণিমাই হুলস্থুল লগাই দিলে। কি হ'ল কাঁহি আছা যে গা-চা সঁচাই বেয়া নেকি? দৰব জাতি খাইছানে নাই। মই সুবিধা বুজি অপল গহীন হৈ উত্তৰ দিলো—'অলপ কাঁহ হৈছে যদিও ঠিক হৈ যাব। চিন্তা নকৰিবা।' অৰুণিমাই আৰু বাট নেচালে। তেওঁ ক'লে আজি চুনুৰ লগত কথা পাতি মই সোনকালে উভতি যোৱাৰ ব্যৱস্থা কৰিম। বোৱাৰীৰ মালয়েচিয়াত থকা ভনীয়েক জনী এমাহৰ ছুটীত আহি ইয়াতে থাকিব যেতিয়া মই গ'লেও বিশেষ অসুবিধা নহ'ব। ভাল লগ-ভাগ পাওঁ যদি মই এসপ্তাহত ঘৰ পামগৈ।" কথাখিনি শুনি মোৰ কাঁহটো ক্ৰমান্বয়ে নাইকীয়া হ'ল। মনতো পাতল পাতল লাগিল। মোৰ

নিঃসঙ্গতাৰ অৱসান ঘটাবলৈ এপালি দৰবেই কাম দিলে দেখোন। মই মাথো সোধো নোসোধোকৈ সুধিলো—"সিহঁতৰ অসুবিধা নহয়তো?"

ৰিচিভাৰটো থৈ মিচিকীয়া হাঁহি এটা মাৰি কাষতে থকা ৰূপালীক ক'লো— আৰু এসপ্তাহ মানৰ ভিতৰত তহঁতৰ বাইদেউৰা আহি ঘৰ পাবহি। অঞ্জলী ৰূপালীয়ে হয়তো কথাটো ধৰিব নোৱাৰিলে। খৰ্গেশ্বৰ, খৰ্গেশ্বৰ বুলি মাতি মই পাকঘৰ সোমালোগৈ। খৰ্গেশ্বৰক সুধিলো ৰাতিৰ সাঁজৰ কাৰণে মাছ-তাচ কিবা এটা ভালদৰে ৰান্ধিছেনে নাই। পেটৰ ভোকটো বৰকৈ লাগি আহিল দেখোন। সি চালাক ল'ৰা—কথাটো হয়তো মন কৰিছে। মুখেৰে একো নেমাতি তাৰ মুখৰ ভঙ্গীৰে মোৰ বুদ্ধিৰ প্ৰশংসা কৰিলে। এতিয়াহে উপলব্ধি কৰিলো অৰুণিমাৰ অনুপস্থিতিত আমি তিনিওটাই আমনি লগা দিনবোৰ পাৰ কৰিবলগীয়া হৈছিল। অৰুণিমা কেৱল মোৰেই সঙ্গী নহয়। সকলোৰে কাৰণে তেওঁৰ প্ৰয়োজন। তেওঁৰ অবিহনে ঘৰখন অচল। ❑

# যৱনিকাৰ আঁৰত

মই জীৱনৰ কঠিন বাটত বহুত অভিজ্ঞতাই বুটলিছো। ব্যৱসায় বাণিজ্যত সম্পূর্ণ সফল হৈছো বুলি ক'ব নোৱাৰো যদিও থিতাপি ল'ব পৰা অৱস্থা এটা পাইছোহি বুলি ক'ব পৰা হৈছো। বিভিন্ন দেশ-বিদেশ মই ঘূৰিছো। এক বিৰামহীন কৰ্মজীৱনেই এতিয়া মোৰ প্ৰেৰণাৰ স্থল।

আজি মোৰ এটা নতুন অভিজ্ঞতা হ'ল। মোৰ এটা মূল্যবান সম্পদ চকুৰ পচাৰতে অন্তৰ্দ্ধান হ'ল। কেনেকৈ হ'ল মই তৰ্কিবই নোৱাৰিলো। যেন কোনোবাই যাদু কৰিহে 'ফু' মাৰি নাইকীয়া কৰি দিলে। নিজকে নিজে সান্ত্বনা দিলো—মানুহৰ জীৱনত কিমান ডাঙৰ ডাঙৰ ঘটনা ঘটে; মই আহৰণ কৰা সম্পদ এটা হানি হোৱাটো কি বৰ ডাঙৰ কথা।

ঘড়ীটোত ঠিক বাৰটা বাজিছে। গোটেই দিনতো লাগিব বুলি ভবা মোৰ কাম এতিয়াই শেষ হ'ল। দিল্লীৰ দুটা কাৰ্য্যালয়ত মোৰ কাম আছিল। এটাৰ বিষয়াজন তিনিদিনৰ প্ৰশিক্ষণ ল'বলৈ গৈছে। গতিকে মোৰ কাম কৰিবলৈ কাৰ্য্যালয়লৈ অহা নাই। আনটোত ডেকা অফিচাৰজন জীয়েকৰ বিয়াৰ বাবে পোন্ধৰ দিনৰ ছুটী লৈ আছে। গতিকে আজি দিনটোত মোৰ কোনো কাম নহ'ব। যোৱা তিনিদিন আন্তৰ্জাতিক কৰ্মশালাখনতে ব্যস্ত হৈ থকিলো। দেশ-বিদেশৰ বিভিন্ন উদ্যোগপতিক লগ পালো। সৰু-সুৰাকৈ গুৱাহাটীত উদ্যোগটো খোলাৰ পিছত সফলতাৰ মুখ দেখা বাবে নতুন উদ্যোগপতি হিচাপে ভাগ লোৱাৰ সুযোগটো পালো। আজি দিনটোত দিল্লীৰ দুটা কাৰ্য্যালয়ত মোৰ পাবলগীয়া বিল কেইখনৰ কাৰণে তাগদা দি কামটো আগবঢ়াই কাইলৈৰ পুৱাৰ বিমানত উভতি যাম বুলি আসন সংৰক্ষণ কৰি ৰাখিছিলো। ভাবিছিলো কামৰ অন্তত 'চি-পি'ৰ ফালে গৈ 'বেণিটন', 'এলেন-চলি' আদি ব্ৰেণ্ডেড দোকান কেইখনত নতুন ফেশ্বনৰ কি কাপোৰ-কানি ওলাইছে সেইটোও চাই যাম। তিনি দিনৰ কষ্টৰ অন্তত গধূলি হোটেলৰ বাৰত চথ্ কৰি বহিমগৈ—ড্ৰিঙ্কচ এটা হাতত লৈ। বিষয়া দুজনৰ অনুপস্থিতিত মই হতাশ হ'লো। অৱশ্যে আজিকালি চৰকাৰী

কাৰ্য্যালয়ৰ দৰে কোম্পানী অফিচ বিলাকতো কাম বিলাকত বৰ পলম হয়। এদিনত হ'বলগীয়া কাম এটা বিভিন্ন কাৰণত কেতিয়াবা এমাহ মানতহে সমাপ্ত হয়গৈ।

আজি কামবোৰ নোহোৱাত অযথা দিল্লীত সময় কটাই থকিবলৈ মন নগ'ল। গতিকে সিদ্ধান্তটো হঠাতে লৈ পেলালো যে যদি টিকটটো আগুৱাব পাৰো আজিয়েই উভতি যোৱাৰ সুযোগটো লওঁ। আবেলি চাৰিটা বজাত এখন 'ফ্লাইট' আছে। লগে লগে হোটেললৈ উভতি গৈ 'চেক্-আউট' কৰিলো। কাপোৰ-কানি, কাগজ-পত্ৰই ছ্যুটকেচটো বেচ্ গধুৰ হৈছে। ত্ৰিশ কেজিলৈকে বিমানত নিবলৈ অনুমতি পাম যেতিয়া চিন্তা কৰিবলগীয়া নাই। মই চৌখিনভাৱে থাকি ভাল পাওঁ। সেইকাৰণে মোৰ যাত্ৰাত ছ্যুটকেচটো সাধাৰণতে পৰিপূৰ্ণ হৈ থাকে। তিনিদিনত তিনিযোৰ ছুট সলাইছো। লগে লগে তাৰ লগত মিলা, ছাৰ্ট, টাই আৰু জোতা। এখন আন্তৰ্জাতিক পৰ্য্যায়ৰ কৰ্মশালাত পৰিপাটিকৈ সাজ-পাৰ নকৰিলে খাপ নাখায়।

টেক্সি এখন লৈ এয়াৰপৰ্ট পালোগৈ। টেক্সিখন এৰি ছ্যুটকেচটো চমজি লৈ দেখিলো বিমান সেৱাৰ কাউণ্টাৰটোৰ সন্মুখত বহুত মানুহৰ ভিৰ। চকা থকা গধুৰ ছ্যুটকেচটো টানি নি এহাতে ধৰি থাকি ইখন হাতেৰে মানুহৰ ভীৰ ঠেলি আগবাঢ়ি গৈ কাউণ্টাৰ পালোগৈ। বিমানখনৰ শেষ টিকটটো পাই গ'লো। অহাকালিৰ টিকটতো আগবঢ়াই আজিৰ কৰি দিলে। ময়ো স্বস্তিৰ নিশ্বাস পেলাই ভাবিলো সিদ্ধান্ততো ঠিকেই ল'লো। এনেয়ে দিল্লীত বহি থাকি কোনো লাভ নহ'লহেতেঁন। পেটত ভোকটো লাগি আহিছে। পুৱাৰ জলপান খোৱা বহুত ঘণ্টাই হ'লহি। সময় পালে বিমান বন্দৰতে, অন্যথা বিমানতে যি দিয়ে খাম বুলি মানুহৰ ভিৰ ঠেলিগৈ প্ৰস্থান শাখাত প্ৰৱেশ কৰিলো। বিমান বন্দৰৰ বাহিৰে-ভিতৰে অসংখ্য মানুহৰ সোঁত বলিছে। ইমান মানুহনো সদায় ক'লৈ অহা যোৱা কৰে ধৰিবই নোৱাৰি। যিমানে বিমানৰ সংখ্যা বাঢ়িছে সিমানে যাত্ৰীৰ সংখ্যা বাঢ়িছে। হয়তো যাত্ৰী বঢ়াৰ কাৰণেও বিমানৰ সংখ্যা বাঢ়িব পাৰে। কোনটো কাৰ পৰিপূৰক তাক ঠাৱৰ কৰাই টানহে পৰিছে। যি কি নহওঁক, এই অৱস্থাৰ বাবে মই নতুন নতুন বিমান সেৱা বিলাককে দোষাৰোপ কৰোঁ। ৰেহাই মূল্যত ভাৰা নিৰূপন কৰি বিমান বন্দৰ বিলাক যেন ৰেল আস্থানলৈ পৰিৱৰ্তন কৰিছে। পৰিস্থিতিৰ লগত মোকাবিলা কৰি মই সা-সামগ্ৰী এক্স-ৰে কৰা মেচিনটোৰ সন্মুখৰ মানুহৰ শাৰীটোৰ শেষ মূৰত ঠিয় হ'লোগৈ। যাত্ৰী বিলাকৰ অধিকাংশৰ ভিৰৰ মাজত থৰ কাছুটিয়েই নাছিল যেন তেওঁলোকক এৰি বিমান বিলাক

প্ৰস্থান কৰিবই। মোৰ আগত থিয় হোৱা কেইগৰাকীমান মহিলাৰ কাণ্ড-কাৰখানা দেখি আৰু বিৰক্ত হৈছো। তেওঁলোকে নিজৰ চিনাকী মানুহ কেইজনমানক শাৰী নপতাকৈ মাজত সুমুৱাই লৈছে। ইফালে আমাৰ বিমানখনৰও সোনকালে চেক্-ইন কৰিবলৈ ঘোষণা কৰিয়েই আছে। শীত কালৰ এই আবেলিটোতো কপালত কেইটোপালমান ঘাম বিৰিঙি উঠিল। ঠেলা-হেচাৰ মাজতে কোনোবা এজনে একাপ কফি আনি আনজনলৈ আগবঢ়াই দিওঁতে আমাৰ নিচেই কাষৰে পকা খনত পৰি চিটিকণি মোৰে সৈতে কেইবাজনৰো কাপোৰ-কানিয়ে পৰিল। মানুহজন 'চৰি' বুলি কৈ আঁতৰি গ'ল। আমি কিবা প্ৰতিক্ৰিয়া দেখুওৱাৰ স্থল নাথাকিল। বিচিত্ৰ মানুহৰ স্বভাৱ। এটা কথাত কিন্তু সকলো মানুহৰ মিল আছে—সেইটো হৈছে স্বাৰ্থপৰতা। নিজ স্বাৰ্থক সকলোৱে অগ্ৰাধিকাৰ দিয়ে—বহুত সময়ত অযথাভাৱেই। বৰ্তমানৰ পৰিস্থিতিৰ কাৰণেও খং উঠিল। কিহে পাইছে সেই সন্ত্ৰাসবাদী বিলাকক, যিয়ে নিজৰ জীৱন বিপন্ন কৰাৰ লগতে আনকও শান্তিত থাকিবলৈ দিয়া নাই। সন্ত্ৰাসবাদ নথকা হ'লে চিধাই 'চেক্-ইন' কৰি বিমান পালোগৈ হেতেঁন। এতিয়া কিমান ঠাইত সুৰক্ষা-নিৰীক্ষণ চলে তাৰ হিচাপ নাই। কেতিয়াযে ঘূৰি আহিব তেনে এটা দিন? হয়তো আশাত ভুঞ্জিয়েই এদিন মৃত্যুক সাবটি ল'ব লাগিব। লাহে লাহে শাৰীটোৰ মুখখন চুটি হৈ আহি নেগুৰদাল দীঘল হৈ আহিছে। মানুহৰ কল্-কলনি বাঢ়ি গৈছে। ঘোষণা বিলাকৰ পৰা বুজিব পাৰিলো কেবাখনো বিমান একে সময়তে যাত্ৰা কৰিব। সেয়েহে বিমান বন্দৰ যাত্ৰীৰে লোকাৰণ্য হৈছে। বিমানকেইখন নিৰ্দ্ধাৰিত সময়ত পঠিয়াবলৈ বিমান কৰ্মীসকলৰো দৌৰা-দৌৰিৰে ব্যস্ততা বাঢ়িছে।

অৱশেষত আহি 'এক্স-ৰে' মেচিনটোৰ সন্মুখ পালোহি। হাতত থকা ছ্যুটকেচটো কৰ্মীজনৰ সহায়ত মেচিনৰ চলি থকা 'বেল্ট ডালত তুলি দিলো। এফালৰ পৰা বয়-বস্তুবোৰ সুৰক্ষা নিৰীক্ষণ হোৱাৰ পিছত সিমুৰেদি ওলাই যায় আৰু যাত্ৰীসকলে সেইবিলাক পুনৰ সংগ্ৰহ কৰি দৌৰা-দৌৰিকৈ 'চেক্-ইন' কৰিবলৈ কাউণ্টাৰ বিলাকৰ কোনো এটাৰ আগত থিয় হয়গৈ। তাতো আকৌ দীঘল শাৰী এটা থাকেই। ছ্যুটকেচটো দি মনতে এবাৰ ভাবিলো টৰ্চৰ ভিতৰত লগাই থোৱা বেটেৰী আদিৰ দৰে কিবা নিষিদ্ধ বস্তু আনিছো নেকি? মনত পৰিছে দৌৰা-দৌৰিৰ মাজতও বেটেৰী কেইটা টৰ্চটোৰ পৰা উলিয়াই বেলেগে দিছোঁ। সন্মুখৰ মহিলা কেইগৰাকীৰ পিছে পিছে গৈ সিমূৰত বাকচটোলৈ বাট চালো। এক মিনিটমান পাৰ হ'ল। সাধাৰণতে কেইচেকেণ্ডমানতে বাকচবোৰ নিৰীক্ষণৰ পিছত এইমূৰ পায়হি। নিষিদ্ধ বস্তু থকা যেন পালে অৱশ্যে ঘূৰাই

পকাই চাওঁতে সময় লয়। দেৰি হোৱা দেখি মোৰ বাকচটোত তেনে কিবা পাইছে বুলি চিন্তিত হ'লো। সময় পাৰ হ'ল। কতা, মোৰ বাকচটোৰ দেখোন দেখা-দেখিয়েই নাই। কৰবাত লাগি ধৰিল বুলি ভূমুকিয়াই চালো। ইতিমধ্যে বহুত বাকচ মোৰ সন্মুখেদি পাৰহৈ গ'ল। নাই, মোৰ বাকচটো দেখোন নাই। কেনেকৈ চকুৰ পচাৰতে 'গাইব' হ'ল। একো উৱাদিহ নাপাই কৰ্মী কেইজনক মোৰ বাকচটো ক'ত বুলি সোধাত এইটো আপোনাৰ নেকি বুলি মোৰ বাকচটোৰ সমানৰ একে ৰঙৰ এটালৈ আঙুলিয়াই দেখুৱালে। সেইটো মোৰটো নহয় বুলি জনাই কোনোবাই নিজৰটো ৰাখি ভুলতে বা মতলবত মোৰটো লৈ গ'ল বুলি 'চেক্-ইন কাউণ্টাৰ'ত চাবলৈ দৌৰিলো। তাতো কাৰো হাতত নেদেখিলো। এটা কাউণ্টাৰত থকা মহিলা কৰ্মচাৰী গৰাকীয়ে জনালে যে 'চেক্-ইন' কৰাৰ লগে লগে বাকচ বিলাক নিৰ্দিষ্ট বিমান কেইখনলৈ পঠিয়াই দিয়া হৈছে, গতিকে সেই বিলাক চাব পৰা নহ'ব। এনে এটা অথন্তৰ হঠাতে ঘটিল যে মই একো এটা কৰিবৰ উপায় নাই। বিমানখনৰো প্ৰস্থানৰ সময় হৈ আহিল। কৰ্মচাৰী বিলাক অত্যন্ত ব্যস্ত, যেন কাৰো কথা পাতিবলৈ বা অভিযোগ শুনিবলৈ সময় নাই। এনেতে মই বুকুত 'ৰতনদীপ' বুলি লিখি লোৱা নাম ফলক থকা কৰ্মীজনৰ মুখা-মুখি হ'লো। তেওঁক থোৰতে কথাটো কৈ কিবা এটা শীঘ্ৰে কৰাৰ কাৰণে অনুৰোধ জনালোঁ। তেওঁ ক'লে "চাওক, আমাৰ বিমান গোৱা, পুনে, মুম্বাই, কলিকতা আৰু গুৱাহাটীলৈ একে সময়তে যাবলৈ ওলাইছে। আপোনাৰ বাকচটো কোনখন বিমানত উঠিলগৈ ক'ব নোৱাৰো। সেইটো এতিয়া জানিব পৰাৰো উপায় নাই। গতিকে মই সকলো ঠাইৰ লগত যোগাযোগ কৰিম। আপুনি নাম, ঠিকনা দি বেগতে 'চেক্-ইন' কৰকগৈ। আপোনাৰ বিমান প্ৰস্থান কৰিবৰ হ'ল।" মই দৌৰাদৌৰিকৈ তেওঁক মোৰ ভিজিটিং কাৰ্ড এখন দি ছুটকেচটোৰ এটা মোটামোটি বৰ্ণনা দিলো। মই যি বুজিলো, ছুটকেচটো হয়তো ঘূৰাই নেপাম। তথাপি কোনোবাই এৰি যোৱা বাকচটো ভালদৰে ৰাখি তাৰ পৰা সেই যাত্ৰীজনৰ পৰিচয় উলিয়াই কিবা এটা কৰিব পাৰিব নেকি চাবলৈ দঢ়াই-দঢ়াই কৈ বিমৰ্ষ মনেৰে 'চেক্-ইন' কৰিবলৈ গ'লো। ময়ো ৰতনদীপৰ ফোন নম্বৰটো ল'লো। কোনোবাই এৰি যোৱা বাকচটোকে লৈ যাওঁ বুলি এবাৰ ভবিছিলো যদিও, পিচত ভাবিলো তাৰ ভিতৰত কোনে কি বস্তু ৰাখিছে নাজানো। ভাং বা অন্য চোৰাং বস্তুও থাকিব পাৰে। সেইটোক 'পণবন্দী' কৰি মোৰ বাকচ উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিলে অধিক বিপদতহে পৰিব পাৰো।

যি হ'ল হ'ল বুলি মই কথাতো পাহৰিগৈ সদ্যহতে আৰু বিঘিনি নঘটাকৈ যাত্ৰা সমাপ্ত কৰাৰ কথাহে চিন্তা কৰিলো।

আকস্মিকভাৱে ছ্যুটকেচটো হেৰুৱাই মই খালি হাতেৰে বিমানলৈ আগবাঢ়িলো। ইতিমধ্যে অন্য সকলো যাত্ৰীয়ে আসন গ্ৰহণ কৰিছেই। মই খালি হৈ থকা মোৰ নিৰ্দ্দিষ্ট নম্বৰৰ আসনখনত বহিলোগৈ। 'কেবিন ক্ৰু' এগৰাকী কাষলৈ অহাত তেওঁৰ হাতৰ পৰা পানীৰ বটল এটা লৈ সংক্ষেপতে তেওঁক মোৰ ছ্যুটকেচ হেৰুওৱাৰ বিষয়ে জনাই কলিকতাত খন্তেকৰ কাৰণে বিমানৰ পৰা নামি বিমান বন্দৰলৈ গৈ কাৰোবাৰ হাতত বাকচটো গৈছে নেকি চাবৰ কাৰণে এটা সুযোগ দিবলৈ অনুৰোধ জনালোঁ। 'ক্ৰু' গৰাকীয়ে মোক সহানুভূতি জনাই সুৰক্ষা কৰ্মীয়ে তেনে অনুমতি নিদিব বুলি জনালে। এই বিমান কৰ্মচাৰী আৰু বিমান বন্দৰত থকা আৰক্ষী বিলাকে মোক বেচ বিৰক্ত কৰিছে। বিপদত যাত্ৰীক সহায় কৰাৰ মনোভাৱ যেন তেওঁলোকৰ নাই। এই বিমান সেৱাটোৰ ওপৰতে মোৰ বিতৃষ্ণা জন্মিছে। মোৰ মৰমৰ বাকচটো হেৰুৱাই মই যেন গাৰ এটা অংশহে এৰি আহিলো এনে লাগিল। তাতোকৈ দুখ লাগিছে বাকচটো পোৱাৰ আশা একেবাৰে নিৰাশজনক হোৱাত। মই চেক-ইন্ কৰাৰ আগতেই বাকচটো অন্তৰ্দ্ধান হোৱাত তাত ৰেজিষ্টাৰ্ড বেগেজৰ টেগটোও লগোৱা নাই। গতিকে সেইটো হেৰুওৱাৰ কোনো প্ৰমান মোৰ হাতত নাই। আগতে এবাৰ বিদেশত কানাডাৰ পৰা লণ্ডন হৈ ৰোমলৈ যাওঁতে মোৰ দুটা বাকচ ৰোম গৈ নাপালেগৈ। তেতিয়া ৰেজিষ্টাৰ্ড নম্বৰটো থকাত খা-খবৰ কৰি গম পোৱা গ'ল যে দুয়োটা লণ্ডনতে ইখন বিমানৰ পৰা সিখনত কৰ্মচাৰী বিলাকে নুঠালে। দহ ঘণ্টাৰ পিচত ৰাতি ডেৰটা বজাত ব্ৰিটিছ এয়াৰওৱেজে বাকচ দুটা মোৰ হোটেলত দি আহিল। এইবাৰ সেই সম্ভাৱনা নাই। বাকচটোৰ ছবিখনেই মোৰ মনলৈ আহি আছে। চকু দুটা মুদি মনে মনে বাকচটোৰ ভিতৰত থকা বস্তু বিলাকৰ তালিকা এখন যুগুতাই আছো। দুযোৰ ছুট, তাৰে এজোৰ নতুন, ছুটৰ লগত মিলাকৈ বাকচত অনা ছাৰ্ট, টাই আৰু জোতা চেণ্ডেলৰ বাহিৰেও সম্মিলনত দিয়া মূল্যবান কাগজ-পত্ৰ আৰু লগতে ঘৰলৈ বুলি আহিবৰ সময়ত হোটেলৰপৰাই কিনি অনা এটা মিঠাইৰ টোপোলা ইত্যাদি।

চকু মেলি দেখিলো, বিমানখনে ইতিমধ্যে ডাৱৰ অতিক্ৰম কৰি মুকলি আকাশত বিচৰণ কৰিছে। আসনৰ পেটি বন্ধা সংকেট ইতিমধ্যে উঠাই লৈছে। পুনৰ চকু দুটা মুদি সপোননে দিঠক ভাবি থাকোতেই কাষত বহা মানুহজনে মাত লগালে "আপোনাৰ ছ্যুটকেচ হেৰাল নেকি?"

'কেবিন ক্রু' গৰাকীৰ লগত কথা হওঁতে তেওঁ হয়তো কানপাতি আছিল। এতিয়া মোৰ পৰা নিশ্চিত হ'ব বিচাৰিছে। মই 'ওঁ' বুলি শলাগিলো। তেওঁ আকৌ সুধিলে "কেনেকৈনো হেৰাল?" মই আমনি পালো যদিও প্ৰকাশ নকৰি চমুকৈ উত্তৰ দিলো—'এক্স-ৰে' মেচিনৰপৰাই নাইকীয়া হ'ল। হয়তো কোনোবাই ভুলতে নিছে, নিজৰ বুলি ভাবি। কাৰণ অন্য এটা গৰাকী বিহীন ছ্যুটকেচ তাত পোৱা গৈছে।"

"মানুহ বিলাকৰ অলপ কাণ্ডজ্ঞান থাকিব লাগে।" তেওঁ কৈ গ'ল, মই মনে মনে শুনি থাকিলো। "কিছুমান মানুহৰ স্বভাৱ বৰ বেয়া, কেৱল নিজৰ চিন্তাত থাকে। এনেকুৱা মুৰ্খ মানুহবোৰ বিমানত আহিব নেলাগে।"

এই সময়ত মই পুতৌৰ প্ৰাৰ্থী হ'বলৈ বিচৰা নাই। গতিকে ক'লো—'কি কৰিব, মোৰেই ভাগ্য। যাৱ লগীয়া আছিল গ'ল আৰু।' কিছু সময় নিৰবতাৰ পিছত তেওঁ আকৌ আৰম্ভ কৰিলে। "মন-তন বেয়া নকৰিব। হয়তো পাই যাবও পাৰে। কোনোবাই মতলব কৰি নিছে যদি কিন্তু ঘূৰাই নাপায়।"

মানুহজন কথা চহকী আৰু আনৰ কথাত জপিয়াই পৰিব বিচৰা ধৰণৰ যেন লাগিল। যেন কথা পাতিবলৈ অন্য বিষয় নাই, কেৱল মোৰ হেৰুৱা ছ্যুটকেচটোতে লাগি আছে। মানুহজনে আকৌ কৈ গ'ল—"মই কিন্তু সৰুৰেপৰা বৰ পৰিপাটি জানে? সকলো কথাত চাই চিতিহে আগবাঢ়ো। নিজৰ ছ্যুটকেচটো চিনি নোপোৱা মানুহটোৱে কেতিয়াবা নিজৰ ঘৈণীয়েক জনীকো চিনি নাপাব পাৰে।" উস্, কৰ পৰাযে কি পালেগৈ। মই এতিয়া তেওঁৰ পৰা পলাব লগীয়া অৱস্থা হ'ল। বাহিৰলৈ যাওঁ বুলি সাউৎকৈ 'টয়লেটলৈ' উঠি গ'লো আৰু উভতি আহি টোপনি ভাওঁজুৰি শুই পৰিলো। এইবাৰ ছ্যুটকেচটোৰ সলনি মানুহজনৰ চেহেৰাটোহে মোৰ মনলৈ আহিল। "ফানি লুকিং", মানুহজন পেটুৱা। মুখ খন গোল, গাল দুখন ফুলা লুচিৰ দৰে। বগা ছুৰেটাৰটো আৰু কপাললৈ টানি আচুৰি লোৱা চুলি বিলাকৰ কাৰণে কোনোবা এজন বিখ্যাত ৰাজনীতিবিদৰ দৰে লাগিল।

বিমানত খোৱা-বোৱা পৰিবেশনৰ সময়ত মানুহ জনে মোৰ ফালে চাই ক'লে—"খাওক, দুখ কৰি থাকিতো লাভ নাই, ভাগ্যত থকিলে পাই যাব।" যেন তেওঁ নকলে মই দুখতে নেখালোৱেই হেতেঁন। মই অলপ কঠোৰ ভাবেৰে ক'লো—"মোৰ কাৰণে আপুনি চিন্তা কৰি থাকিব নেলাগে। আপোনাৰ দৰে ভদ্ৰলোকে ভুলতে নিচে যদিতো ঘূৰাই পামেই। আপুনি শান্তিত খাওক", তাৰ

পিছত হয়তো মানুহজনে মোৰ পৰিচয় আদি সুধিব খোজা বহুত প্ৰশ্নই সুধিব নোৱাৰিলে। তেওঁ নাক ঘোৰঘোৰাই শুই গ'ল।

অৱশেষত বিমানখন গুৱাহাটীৰ লোকপ্ৰিয় গোপীনাথ বৰদলৈ বিমান বন্দৰত অৱতৰণ কৰিলেহি। মই ভাবিলো ঘৰতনো কি বুলি কমগৈ। বিমান বন্দৰতে প্ৰথমে খালী হাতে ওভতাৰ বাবে ড্ৰাইভাৰ হৰেণৰ প্ৰশ্নৰ সন্মুখীন হ'ব লাগিব। এনে ঘটনা আগতে হোৱা নাই, গতিকে মোৰ সতৰ্কতাক ঘৰৰ কোনেও হয়তো সন্দেহ কৰিব লগীয়া নাই। যিহেতুকে মই খালী হাতৰ যাত্ৰী, চিধাচিধি গৈ বাহিৰত ৰৈ থকা গাড়ীত বহিবগৈ পাৰো। তথাপি গুৱাহাটীত ছ্যুটকেচটো বিচাৰি পোৱাৰ সম্ভাৱনা মুঠেই নাই যদিও ইয়াৰ কোনোবা এজন যাত্ৰীয়েই মোৰ ছ্যুটকেচটো আনিবও পাৰে বুলি এবাৰ "লাগেজ ডেলিভাৰি বেল্ট'ত চকু ফুৰাই যোৱা ভাল হ'ব বুলি ভাবিলো। উভতি যাওঁতে ইয়াৰে পুলিচ চকীত এটা অভিযোগ লিখাই যাব লাগিব। পুলিচেও খা-খবৰ লওক। মই দূৰৰ এটা খুটাত আউজি লক্ষ্য কৰি থাকিলোঁ। যাত্ৰীবিলাকে নিজৰ নিজৰ চুটকেচ আদি বিচাৰি উথপথপ্ লগাইছে। ম'বাইলটো অন কৰাৰ লগে লগে বাজি উঠিল। সিফালৰ পৰা শ্ৰীমতীৰ হেল্লো, হেল্লো মাতটো ভাঁহি আহিল। মই এই মাত্ৰ লেণ্ড কৰিলো আৰু গৈ আছো বুলি জনালোঁ। ছ্যুটকেচ হেৰুওৱাৰ কথাটো ঘৰতে কমগৈ বুলি ভাবিলো।

মানুহ বিলাকৰ অধিকাংশই নিজৰ নিজৰ বাকচ পাতি সংগ্ৰহ কৰি মোৰ আগেদিয়েই ট্ৰলীত লৈ আঁতৰি গ'ল। দুই-এখন চিনাকী মুখে দূৰৰ পৰাই মিচিকিয়াই হাঁহিলে। তেওঁলোকেতো নেজানে যে মোৰ বয় বস্তু সংগ্ৰহ কৰিবলৈ নাই, অথচ মই কিহবাৰ আশাত বন্দীহৈ ৰৈ আছো। মই মন কৰি আছো, "লাগেজ ডেলিভাৰি বেল্ট" দালত কেইটামান বাকচ এতিয়াও ঘূৰি আছে। তাৰে এটা মোৰটোৰ সমান ডাঙৰ, ৰংটোও ক'লা। মই অলপ আগবাঢ়ি গ'লো। হয় যেন লাগে দেখোন। আকৌ ভাবিলো, বহুত বাকচ দূৰৰ পৰাতো বাদেই ওচৰৰ পৰাও একে যেন দেখি, যিটোৰ কাৰণে হয়তো কোনোবাই নিজৰ বুলি মোৰ বাকচটো দিল্লী বিমান বন্দৰত লৈ গৈ নিজৰটো এৰি গ'ল। নহয়! নহয়! মোৰ প্ৰথম ধাৰণাই শুদ্ধ নেকি? এইটো দেখোন মোৰটোৱেই । বুকুখন ঢপ্ ঢপ্ কৰিলে। আৰু অলপ আগবাঢ়ি গ'লো। হয়তো, এইটোৱেই। মই লগোৱা দুটা তলা চকুত পৰিছে। হয়, হয়, এইটোৱেই মোৰ বাকচটো, তাত এটা টেগ্ লগোৱা আছে। দৌৰি গৈ বাকচটো হাতত উঠাই লওঁ বুলি ভাবি আকৌ থমকি ৰ'লো। মই ভাবিলো কোনেনো বাকচটো নিজৰ বুলি উঠাই লয় চাই থাকো।

লাহে লাহে বাকীবোৰ বাকচ গৰাকীয়ে উঠাই-উঠাই নিলে। অৱশিষ্ট যাত্ৰীজনে বাৰে বাৰে বাকচটো নিৰীক্ষণ কৰি আকৌ আতঁৰি যায়। তেওঁ ইফালে সিফালে চাইছে, কিবা এটা বিচাৰি উত্ৰাৱল হোৱাৰ দৰে। মই বুজি পালো, এইজনেই ব্যক্তি যি নিজৰ বুলি মোৰ বাকচটো আনি মোক অযথা হাবাথুৰি খুৱালে। মই আগবাঢ়ি গৈ বাকচটো মোৰ হাতত তুলি ল'লো। মানুহজনে বেঙাৰ দৰে মোৰ মুখলৈ চাই থাকিল। তেওঁ কিবা ক'ব খুজিছে, কিন্তু ক'ব পৰা নাই। হয়তো সুধিব খুজিছে "মোৰ বাকচটো ক'ত" বুলি। মই তেওঁক গহীনাই ক'লো "আপোনাৰ বাকচটো দিল্লীতে এৰি থৈ আহিছে। বিমান বিষয়া ৰতনদীপৰ ওচৰত খবৰ কৰিব।"

ছ্যুটকেচটোৰ ফিটাডালত ধৰি টানি টানি মই যুদ্ধ জয় কৰা উল্লাসেৰে ঘৰলৈ বুলি প্ৰস্থান কৰিলো। উভতি চাই দেখিলো শেষ বিমানখনৰ যাত্ৰী বিলাকৰ প্ৰস্থানৰ অন্তত আগমন শাখাৰ লাইটবোৰ নুমাই দিয়া হৈছে। বিমান কৰ্মী সকলে দিনটোৰ কৰ্মৰ অৱসান ঘটাই ঘৰলৈ উভতিবলৈ উদগ্ৰীৱ হৈছে। চিকি-মিকি পোহৰত দেখিলো বগা ছুৰেটাৰ পিন্ধা সেই প্ৰগলভ পেটুৱা ব্যক্তিজনে উত্ৰাৱলভাৱে বিমান বন্দৰৰ কাৰ্য্যালয়ৰ ফালে তেওঁৰ ছ্যুটকেচটোৰ সন্ধানত ধাপলি মেলিছে। মোৰ ছাঁটো যেন ক্ৰমান্বয়ে দীঘল হৈ গৈ তেওঁক স্পৰ্শ কৰিছেগৈ। বেচেৰাৰ মুখৰ মাত একেবাৰে নাইকীয়া হ'লগৈ। মই যেন এটা দিবাস্বপ্নত বুৰগৈ থাকি দিঠকত মোৰ ছ্যুটকেচটো ওভতাই পালো। এক আনন্দৰ জোঁৱাৰে মোৰ মনটো টৌৱাই থৈ গ'ল। □